লোকহিতৈষী

# গুৰুদত্ত ভাগৱতী ৰচনাৱলী



সম্পাদনা ঃ

অচ্যুত কুমাৰ শৰ্মা

মঞ্জুশ্ৰী বৰুৱা

দীপক ভাগৱতী

জ্ঞানশ্ৰী প্ৰকাশালয়

**Lokahitoishee : Gurudutta Bhagawati Rachanawalee :** The compilation of works of **Shri Gurudutta Bhagawati**, a freedom fighter, literary pensioner and writer since Awahan Period, Compiled and edited by **Shri Achyut Kumar Sarmah, Mrs Manjushree Baruah,and Dipak Bhagawati** Published by **Ms. Lakshmi Devi, Jnanasri Prakasalay** Hatigaon, Guwahati - 6 Price · Rs 260 00 (Rupees two hundred and sixty only) First Edition September 9, 2001

---

লোকহিতৈষী ঃ গুৰুদত্ত ভাগৱতী ৰচনাৱলী'

প্ৰকাশিকা ঃ লক্ষ্মী দেৱী
জ্ঞানশ্ৰী প্ৰকাশালয়
গুৱাহাটী - ৬

প্ৰথম প্ৰকাশ ঃ ৯ ছেপ্তেম্বৰ, ২০০১

মূল্য ঃ ২৬০ (দুশ ষাঠি) টকা

ছপাশাল ঃ

অভিমত প্ৰিণ্টাৰ্চ
হাতীগাঁও পথ, দিশপুৰ
গুৱাহাটী - ৭৮১০০৬

# সূচীপত্ৰ

# গুৰুদত্ত ভাগৱতী ৰচনাৱলীৰ
# হকে একাষাৰ

শ্ৰীযুত গুৰুদত্ত ভাগৱতী অসমীয়া সাহিত্যৰ এজন প্ৰথিতযশা সাহিত্যকাৰ। উচ্চ চৰকাৰী চাকৰিত দেশে-বিদেশে ঘূৰি থাকিও তেওঁ অসমীয়া সাহিত্য-ভঁৰাললৈ বুজন পৰিমাণৰ অৰিহণা আগবঢ়াইছে। তাৰে স্বীকৃতি স্বৰূপে চৰকাৰে তেওঁক পলমলৈ হলেও সাহিত্যিক পেঞ্চন প্ৰদান কৰিছে। অনুষ্ঠান গঢ়াত আৰু অনুষ্ঠান চলোৱাত তেখেতৰ নাম আছে। ছিলং মুকুল সংঘ আৰু ড° সূৰ্য্যকুমাৰ ভূঞাৰ সভাপতিত্বত ১৯৫৩ চনত ছিলঙত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ গাম্ভীৰ্যপূৰ্ণ অধিবেশন তাৰে একোটি দেখ দেখ উদাহৰণ।

ৰচনাৱলীখন গঢ়ি তোলাত ভাগৱতীৰ পৰিয়াল আৰু উদ্যোগী বন্ধুসকল ঘাইকৈ প্ৰশংসাৰ পাত্ৰ ; কিয়নো ই ৰচযিতা সাহিত্যিকজনৰ কাৰণে শেষ বয়সৰ এপালি প্ৰেৰণাদায়ক সঞ্জীৱনী মহৌষধিৰ কাম কৰিব।

লেখাবোৰ গ্ৰন্থকাৰৰ কাৰণে বংশ-ৰক্ষাকাৰী পুত্ৰতকৈও অধিক আদৰৰ সামগ্ৰী। সেয়েহে এসময়ত জীৱনৰ এটা কৰুণ

পৰিস্থিতিত পৰি সাহিত্যাচাৰ্য পদ্মনাথ গোহাঞি বৰুৱাই তেওঁৰ সন্তান শিতানৰ কবিতাত লিখিছিল—

ভাগ্যৱন্তে নৰদেহী লভে বংশধৰ
মৃত্যুৰ পিছত ৰাখে নাম;
অভাগাৰ গ্ৰন্থদেহী লাভ সন্তানৰ
এয়ে যেন সাধে সেই কাম।

কবিয়ে ইয়াত নিজৰ ৰচিত পুথিকে গ্ৰন্থদেহী সন্তান আখ্যা দিছে। ৰচনাৱলী প্ৰকাশ কৰিবলৈ লৈ প্ৰকাশক সকলে ভাগৱতীক দীৰ্ঘায়ু দান কৰিলে বুলি মই মনেৰে ভাবোঁ।

ভাগৱতী মোৰ বাল্য বন্ধু। মঙলদৈ হাইস্কুলৰ ক্ৰমে সপ্তম শ্ৰেণীত আৰু অষ্ঠম শ্ৰেণীত দুয়ো দুয়োকো পোনতে লগ পাইছিলো, তেওঁ আছিল তেতিয়া সপ্তম শ্ৰেণীত আৰু মই অষ্ঠম শ্ৰেণীত। মই তেতিয়া সদৌ মঙলদৈ ছাত্ৰসভাৰ সম্পাদক ঃ স্কুল ছাত্ৰসভাৰো। মনত পৰে শঙ্কৰদেৱৰ তিথি পালনাৰ্থে পতা স্কুলৰ এখন ছাত্ৰ সভাত তেওঁ সপ্তম শ্ৰেণীৰ ছাত্ৰ হৈয়ে যি ওজস্বিনী বক্তৃতা দিছিল সেয়ে যেন তেওঁক ভৱিষ্যৎ জীৱনত কেনে লোক হব তাৰ ইঙ্গিত দিছিল। তেতিয়াৰ পৰাই তেওঁ সাহিত্য-সৃষ্টিৰ কামত হাত দিয়ে। জীৱনৰ বিভিন্ন ক্ষেত্ৰত আমি দুয়ো দুয়োকো ককাই-ভাইৰ দৰে সহায় কৰি আহিছোঁ।

ছাত্ৰ কালৰে পৰা ওৰে জীৱন সাহিত্য চৰ্চ্চা কৰি আহিছে

যদিও প্ৰকাশিত পুথিৰ সহায়ত তেখেত অসমীয়া সাহিত্যত ষাঠি দশক মানৰ পৰাহে লেখক বুলি পৰিগণিত হয়। তেখেতৰ সমগ্ৰ ৰচনাৱলী সংগৃহীত আৰু প্ৰকাশিত হৈ ৰচনাৱলীত সন্নিৱিষ্ট হ'ল। নে নাই মই নাজানো-- আশাকৰো ৰচনাৱলীত স্থপীকৃত হৈছে।

ভাগৱতীৰ ৰচিত পুথিবোৰৰ নামেই অন্তৰ্নিহিত বিষয়বস্তুৰ পৰিচয় দাঙি ধৰে। 'গুহক চণ্ডাল', 'নতুন প্ৰাণ ঃ বাজে প্ৰণয়ৰ সুৰ,' 'পঞ্চায়ত ৰাজ' 'বিবাহ আৰু জীৱন, 'ৰাণী অভয়েশ্বৰী', 'সমাজ-উন্নয়ন'-- তেওঁৰ প্ৰণীত পুথিবোৰৰ 'গোটাচেৰেক নাম।' শিশু সাহিত্যৰ ভিতৰত 'দেশতকৈ মোমাই ডাঙৰ নহয়,' 'ভাৰত-গৌৰৱ আনন্দৰাম বৰুৱা', 'অসমৰ চাহপাত মই,' 'মইনাৰ মৌ মেলত' প্ৰভৃতি লেখত লবলগীয়া সাহিত্য সমল। 'বিশ্বজননী' তেখেতৰ কবিতাৰ চানেকী। তেখেতৰ সাহিত্য-কৃতিয়ে সদায় পাঠকৰ সমাদৰ লাভ কৰক আৰু ৰচনাৱলীয়ে তেখেতক সাহিত্যৰ ইতিহাসত যোগ্যস্থান দিয়ক, তাকে কামনা কৰিলো।

নৱগিৰি, চানমাৰি, গুৱাহাটী ৩ **শ্ৰীঅতুল চন্দ্ৰ বৰুৱা**

২৫/৭/২০০১ প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা

# মহত্বৰ আকাংক্ষা

শ্ৰদ্ধাভাজন শ্ৰীযুত গুৰুদত্ত ভাগৱতী ডাঙৰীয়াৰ বিষয়ে দু-আষাৰ লিখিবলৈ সুযোগ পাই মই আনন্দিত হৈছোঁ। দেশমাতৃৰ এগৰাকী সুসন্তান আৰু নিষ্ঠাবান সেৱকৰ প্ৰতি শ্ৰদ্ধাঞ্জলী নিবেদনৰ বাবে নিমন্ত্ৰণ পোৱাটোও সৌভাগ্যৰ কথা।

তেখেতৰ জীৱন আৰু কৰ্মৰ মাজত সন্ধ্যা-ললিতা-কান্তাৰদৰে তিনিটি স্বচ্ছতোয়া ধাৰাৰ মিলন ঘটা তাৎপৰ্য্যপূৰ্ণ কথা। এহাতে তেখেত নিভাঁজ দেশ প্ৰেমিক; স্বাধীনতা-সংগ্ৰামী— যিজনে মহৎ দেশনেতা সকলৰ সান্নিধ্যত পৰাধীন দেশ শৃংখলমুক্ত কৰিবলৈ কৈশোৰ কালতে প্ৰতিজ্ঞাবদ্ধ হৈছিল আৰু ৪২ৰ ভাৰত-ত্যাগ আন্দোলনৰ দৰে মহান আন্দোলনত অংশগ্ৰহণ কৰিছিল। আনহাতে দেশৰ বৃহৎসংখ্যক অনগ্ৰসৰ মানুহৰ উন্নতিত হাতে-কামে লাগি সহায় কৰিবলৈ জনশিক্ষা, স্থানীয় স্বায়ত্তশাসন, গাঁৱলীয়া সমাজৰ উন্নয়ন আৰু সমূহীয়া উদ্যোগেৰে উন্নয়নমূলক কাম-কাজত তেখেতে মূল্যবান অৱদান দিব পাৰিছিল। বাল্যকালৰ পৰা গঠনমূলক জনসেৱাত আগ্ৰহ দেখুৱা ভাগৱতী ডাঙৰীয়াই পিছলৈ এইবিষয়ে উচ্চ প্ৰশিক্ষণ ল'বলৈ বিলাতলৈ গৈছিল আৰু লণ্ডনৰ ইন্‌ষ্টিট্যুট অৱ এডুকেশ্যন্‌ত সেই প্ৰশিক্ষণ লাভ কৰি দেশলৈ উভতি আহিছিল। এখন আধুনিক উন্নয়ণমুখী সমাজ গঢ়িবলৈ তেখেতে অভিজ্ঞতা আৰু শিক্ষাৰ পৰা প্ৰেৰণা লাভ কৰিছিল। সুদীৰ্ঘ কৰ্মজীৱনত

তেখেতৰ এনে গঠনমূলক কৰ্মৰাজিয়ে ৰাইজক উপকৃত কৰিছিল। তৃতীযতে তেখেতৰ অভিজ্ঞতা, চিন্তা আৰু অধ্যয়ণৰ সমন্বয়ে কেইবাখনো মূল্যবান আৰু জনপ্ৰিয গ্ৰন্থৰ জন্ম দিছিল। এহাতে পৰম্পৰাগত মহৎ মানবীয় মূল্যবোধ, আৰু আনহাতে আধুনিক সমাজ তথা জীৱনযাত্ৰাৰ মাজত যোগাযোগ ৰচনা কৰি তেখেতে আমাৰ নতুন সংস্কৃতিৰ বিকাশত বৰঙণি দিছিল। সাহিত্য তেখেতৰ বাবে একধৰণৰ দেশসেৱা।

শিশুসাহিত্যৰ প্ৰতি তেখেতৰ মনোযোগ লক্ষ্য কৰিবলগীয়া। উঠি অহা চামক দেশৰ উপযুক্ত নাগৰিকৰূপে গঢ়ি তুলিবলৈ তেখেতৰ আগ্ৰহ লক্ষ্য কৰিবলগীয়া। শিশুৰ মনত দেশপ্ৰেম আৰু উচ্চস্তৰৰ নৈতিক বোধ জাগ্ৰত কৰিবলৈ তেখেতৰ হাবিয়াসে আমাৰ মনত শ্ৰদ্ধাৰ ভাব জগাই তোলে। কিন্তু "অসমৰ চাহপাত মই" কিতাপখনেই প্ৰমাণ কৰে যে শিশুৰ মনত আধুনিক যুগৰ উপযোগী বাস্তৱ অৰ্থনৈতিক চিন্তাৰো বীজ সিঁচিবলৈ তেওঁ পাহৰা নাছিল।

"নতুন প্ৰাণত বাজে প্ৰণয়ৰ সুৰ" তেখেতৰ জনপ্ৰিয় ৰচনা। প্ৰণয় আৰু বিবাহ, বিষয় দুটা লৈ মানুহৰ কৌতুহলৰো অন্ত নাই, সমস্যাৰো সীমাসংখ্যা নাই। আমি আধুনিকতাৰ নামত জীৱন ধ্বংসও কৰিব নোৱাৰোঁ, ঐতিহ্যৰ নামত ব্যক্তিগত অনুভূতি-উপলব্ধিকো দমন কৰিব নোৱাৰোঁ। ভাগৱতী ডাঙৰীয়াই দেখুৱাইছে যে এই বিষয় দুটাৰ ওপৰত আমাৰ শাস্ত্ৰ আৰু ঐতিহ্যত আমি নজনা বহুতো প্ৰাসংগিক আৰু উপকাৰী কথা নিহিত আছে। কাৰণ নতুনৰ মাজতো চিৰপুৰাতন নৰ-নাৰীৰ সম্পৰ্কই ৰূপ ধাৰণ কৰি আছে, য'ত শাস্ত্ৰ আৰু ঐতিহ্যৰ কেতবোৰ কথা অতিশয় লাগতিয়াল

আৰু সাৰুৱা। প্ৰাঞ্জলভাবে সেই কথাবোৰ উলিয়াই দিয়া বাবে ধৈৰ্য্যশীল আৰু কৌতূহলী তৰুণ পাঠক-পাঠিকাও তেখেতৰ ওচৰত ঋণী হব।

ৰাণী অভয়েশ্বৰীৰ ওপৰত লিখা তেখেতৰ জীৱনীখনেও তেখেতৰ আদৰ্শবাদী মৌলিক মনৰ পৰিচয় দিয়ে। গোৱালপাৰাৰ এখন সৰু জমিদাৰীৰ এগৰাকী জমিদাৰ পত্নীৰ জীৱনজোৰা প্ৰচাৰহীন জনসেৱাৰ বিৰল কাহিনী ৰাইজক জনাবলৈ আগুৱাই আহি ভাগৱতী ডাঙৰীয়াই ব্যতিক্ৰমী চিন্তাৰ আভাস দিছে।

তেখেতৰ ইংৰাজী গ্ৰন্থ Human Relation in Administration ৰ বিষয় চিত্তাকৰ্ষক। প্ৰশাসন যদিও এটা যন্ত্ৰ, তাৰ লক্ষ্য মানৱ। সেয়ে সি যান্ত্ৰিকতাৰ পৰা মানৱতালৈ উত্তীৰ্ণ হবলৈ চেষ্টাৰ ত্ৰুটি কৰিব নোৱাৰে। ভাগৱতী ডাঙৰীয়াৰ প্ৰয়াসে তেখেতৰ জীৱনৰ এক গভীৰ উপলব্ধি উন্মোচন কৰিছে।

এই গৰাকী শুদ্ধচিত্ত আৰু আদৰ্শনিষ্ঠ লোকে আশাশুধীয়াকৈ ৰাইজৰ প্ৰতি সেৱা আগবঢ়োৱাৰ পিছত তেখেতৰ প্ৰতি গুণমুগ্ধ ৰাইজে ৰাজহুৱা সন্মান প্ৰদৰ্শন কৰিবলৈ বিচৰাটো স্বাভাৱিক। এই প্ৰয়াসত জড়িত হবলৈ পাই ময়ো ধন্য মানিছোঁ। তেখেতৰ স্বাস্থ্য অটুট থাকক, মন প্ৰফুল্ল আৰু প্ৰশান্ত হৈ ৰওক। ইতি—

ডঃ হীৰেন গোঁহাই
নিজৰাপাৰ ৰোড
গুৱাহাটী - ৩

১/৮/২০০১

# আনন্দ-বাৰ্ত্তা

আধুনিক অসমীয়া সাহিত্যৰ আৱাহন যুগৰে নিষ্ঠাবান সাহিত্য সেৱী, শ্বিলং মুকুল সংঘৰ চাৰিশ সংখ্যক বৈঠক কালীন প্ৰধান সম্পাদক আৰু অসম চৰকাৰৰ কৃতী প্ৰশাসনীয় বিষয়া অগ্ৰজ শ্ৰদ্ধেয় গুৰুদত্ত ভাগৱতীৰ সৈতে মুকুল সংঘৰ প্ৰতিষ্ঠাপক সম্পাদক, গুৱাহাটী আলোচনা চক্ৰৰো প্ৰতিষ্ঠাপক আৰু অসম সাহিত্য সভাৰ গুৱালকুছি অধিবেশনৰ সভাপতি অগ্ৰজ অতুল চন্দ্ৰ বৰুৱাদেৱৰ জৰিয়তে চা-চিনাকি হৈছিলো; যোৱা দুকুৰিৰো অধিক বছৰীয়া সান্নিধ্যৰ স্মৃতিপট আমাৰ মনত ভাঁহি উঠিছে। তেওঁৰ ৰচনাৱলীৰ প্ৰকাশ বতৰাই অতিশয় আনন্দ দিছে। ভাগৱতীৰ ৰচিত সমাজ উন্নয়ণ, পঞ্চায়ত ৰাজ, নতুন প্ৰাণত বাজে প্ৰণয়ৰ সুৰ, বিবাহ আৰু জীৱন, অসমৰ চাহপাত মই, বিশ্বজননী, ৰাণী অভয়েশ্বৰী, আনন্দৰাম বৰুৱা আদি বৰ আগ্ৰহেৰে পঢ়িছিলোঁ— কেইখন মান পুথিৰ 'সমালোচনা' লিখি বাতৰি-কাকততো প্ৰকাশ কৰিছিলোঁ। গাৱঁৰ পৰা নগৰলৈ, নগৰৰ পৰা বিশ্ব-জগতলৈকে এইজনা লেখকৰ মানসিক দিগন্তই সৃষ্টি কৰা বিভিন্ন পুথি-পত্ৰৰ বিচিত্ৰ ৰসবোধ কৰি আনন্দ লভিছিলোঁ। বিশেষতঃ ভাগৱতীৰ লেখনীৰ মাজেদি মাটি-মানুহ আৰু মনৰ ত্ৰিবেনী সংগম সদায়ে অনুভৱ কৰিছিলোঁ। বুৰঞ্জীৰ বৰদেউতা বেণুধৰ শৰ্মাৰ আশীষ বাণী আৰু লোকসংস্কৃতি সাধক

প্ৰফুল্লদত্ত গোস্বামী মহাশয়ৰ প্ৰশস্তি বচনেৰে জীৱনকালতে ধন্য হৈ অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ ৰূপে সন্মানিত ভাগৱতীৰ ৰচনাৱলী প্ৰকাশিত হলে আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীত উপযুক্ত স্থান পাবৰ যোগ্যতা আছে। এতিয়ালৈকে প্ৰকাশিত বেছিভাগ সাহিত্যৰ বুৰঞ্জীত ভাগৱতীৰ দৰে লেখকৰ সাহিত্য কৰ্ম উল্লিখিত হোৱা দেখা নাই। আমাৰ সাহিত্যত এতিয়াও যে পূৰ্ণাঙ্গ গ্ৰন্থপঞ্জী সংকলিত হোৱা নাই— সেই কথা ভাবিলে দুখ লাগে। বিশেষকৈ গাৱেঁ-ভূয়ে, পাহাৰে ভৈয়ামে বহুতো ব্যক্তি আৰু অনুষ্ঠান এতিয়াও উপেক্ষিত হৈয়ে আছে। আধুনিক অসমৰ অবিভক্ত কামৰূপ জিলাৰ মাখিবাহা গাৱঁত জন্ম লাভ কৰি গুৱাহাটী, বাৰাণসী, কলিকতা, শ্বিলং আদি নগৰী তথা লণ্ডন মহানগৰীৰ পৰিক্ৰমাৰে আগবঢ়োৱা বিচিত্ৰ সাহিত্য-কৃতিৰ যাতে প্ৰকৃত মূল্যায়ন হয়— সেই আশাৰে আমাৰ প্ৰিয়জন গুৰুদত্ত ভাগৱতীৰ জীৱন প্ৰবাহৰ চৰৈৱেতি জয়যাত্ৰা কামনা কৰিলোঁ।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য
নবগিৰি পথ
গুৱাহাটী - ৭৮১০০৩

২২-৮-২০০১

# প্ৰস্তাৱনা

সততা, নিষ্ঠা আৰু আশাসুধীয়া চেষ্টাৰে লক্ষ্যস্থানত উপনীত হোৱা কম সংখ্যক লোকৰ ভিতৰত গুৰুদত্ত ভাগৱতী অন্যতম। প্ৰখৰ বুদ্ধি সম্পন্ন এইগৰাকী ব্যক্তিৰ জন্ম হৈছিল ১৯১৯ চনৰ ১০ চেপ্তেম্বৰত এতিয়াৰ নলবাৰী জিলাৰ বুৰঞ্জী প্ৰসিদ্ধ মাখিবাহা গাঁৱত। প্ৰথম বিশ্বযুদ্ধৰ বিভীষিকাই গোটেই পৃথিৱী কঁপাই থকা সময় হোৱাতেই জন্ম গ্ৰহণ কৰা ভাগৱতীয়ে জন্ম লগ্নতেই লৈ আহিছিল প্ৰতিবাদৰ ভাষা।

স্কুলীয়া শিক্ষা নিজগাঁও মাখিবাহা, টিহু, মঙ্গলদৈ আৰু বৰপেটাত লৈছিল আৰু বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰিছিল। মেট্ৰিক পাছ কৰাৰ পিছতেই অসমৰ আন বহুত গুণী ছাত্ৰৰ দৰে বিখ্যাত বেনাৰস হিন্দু কলেজ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি. কম পাছ কৰে। পৰবৰ্তী সময়ত লণ্ডন ইনষ্টিটিউত অৱ এড্যুকেশ্যনত সমাজ বিজ্ঞান আৰু পঞ্চায়ত সম্পৰ্কত বিশেষ শিক্ষা লাভ কৰে। অধ্যবসায়, চেষ্টা, লক্ষ্যত অবিচল আৰু পৰিস্থিতিৰ লগত মুখামুখি হৈ হাৰ নমনা স্বভাৱৰ উপৰিও গভীৰ আত্মবিশ্বাস থকা বাবেই ভাগৱতীয়ে দোপতদোপে উন্নতি কৰিব পাৰিছিল।

স্কুলীয়া জীৱনত কেৱল নিজৰ গাঁৱৰ ভিতৰতে আৱদ্ধ নাথাকি মঙ্গলদৈ, বৰপেটা আদি নতুন নতুন ঠাইত পঢ়া পাতিৰ সূত্ৰে যাব লগীয়া হোৱাত বিভিন্ন ঠাইৰ লগতে বিভিন্ন মানুহৰ লগতো সম্পৰ্ক ঘটিছিল আৰু ফলস্বৰূপে মানুহৰ মনৰ বতৰা, লোকাচাৰ আৰু অন্যান্য অভিজ্ঞতা বুটলি লোৱাৰ সুযোগ পাইছিল। বেনাৰস আৰু কলিকতাত সৰ্বভাৰতীয় পৰ্য্যায়ত লগ পোৱা বিভিন্ন ৰাজ্যৰ বিভিন্ন মানুহৰ সঙ্গই ব্যক্তিগতভাৱে থাকিব লগীয়া স্বাভাৱিক সংকীৰ্ণতাৰ পৰা তেওঁক মুক্ত কৰি ৰাখিছিল আৰু দেশব্যাপি স্বাধীনতা আন্দোলনৰ ঢৌৱে কঁপাই থকা ভাৰতবৰ্ষত নিজকে এগৰাকী মুক্তিযুঁজৰ সেনানী বুলি গণ্য কৰিছিল; যাৰ বাবে মাত্ৰ কুৰি বছৰ বয়সতে ১৯৩৯ চনত টিহু অঞ্চলৰ একাংশ নেতৃস্থানীয় স্বাধীনতা সেনানীয়ে সাহস নকৰা টিহু প্ৰাথমিক কংগ্ৰেছ কমিটিৰ বাৰ্ষিক সাধাৰণ সভা নিজগাঁও মাখিবাহাত অনুষ্ঠিত কৰি

নিজে অভ্যৰ্থনা সমিতিৰ সভাপতি হিচাপে সভা পৰিচালনা কৰিছিল। জন্ম লগ্নত প্ৰথম বিশ্বযুদ্ধৰ পৰিবেশ পোৱাৰ দৰে যুৱক ভাগৱতীয়ে দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত দেশ মাতৃকাৰ হাতৰ শৃঙ্খল খুলি জননীৰ সন্মান ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিছিল কুৰি বছৰ বয়সতে ৰাজনীতি আৰু সমাজনীতি দুয়োটাকে আগবঢ়াই নিবলৈ ভাগৱতীয়ে নিজৰ কাৰ্য্যসূচী প্ৰস্তুত কৰিছিল। ব্যক্তিগত ভাৱে শিক্ষা-দীক্ষাত আগবাঢ়ি আহিলেও তেওঁৰ চাৰিওকাষে নিৰক্ষৰ লোকসকলক দেখি ভাগৱতীয়ে মনত বেজাৰ পাইছিল আৰু গোপীনাথ বৰদলৈৰ সান্নিধ্যলৈ অহাৰ পিছত— দেশ আৰু দেশৰ মানুহৰ প্ৰতি সেৱা কৰাৰ মনোভাব তীব্ৰ হৈছিল। জনশিক্ষা, জনজাগৰণ আৰু জনচেতনা সৃষ্টিৰ স্বাৰ্থতেই ভাগৱতীয়ে চিন্তা কৰিছিল গাঁৱখনত এটা পুথিভঁৰাল স্থাপন কৰাৰ কথা। পুথিভঁৰালৰ মাধ্যমত শিক্ষা আৰু জ্ঞান লোৱাৰ উপৰি আন্দোলনকালীন অৱস্থাত ইয়াক গোপন আলোচনাৰ কেন্দ্ৰ হিচাপে ব্যৱহাৰ কৰিবলৈ যিমান সোনকালে পাৰি তাক প্ৰতিষ্ঠা কৰাটো অপৰিহাৰ্য্য বিবেচনা কৰিছিল। গোপীনাথ বৰদলৈৰ আশীৰ্বাদ শিৰত লৈ ক্ষুদ্ৰমাখিবাহা (মাখিবাহা গাঁৱৰ চৈধ্যটা চুবুৰীৰ অন্যতম চুবুৰী) ৰাজহুৱা পুথিভঁৰাল ১৯৩৯ চনত স্থাপন কৰিলে। বয়সত সৰু হলেও তেওঁতকৈ জ্যেষ্ঠ সকলোকে নেতৃত্ব দি ক্ষুদ্ৰমাখিবাহা নৱযোৱান সংঘ আৰু ক্ষুদ্ৰমাখিবাহা ৰাজহুৱা পুথিভঁৰালৰ পিতৃস্বৰূপ যে গুৰুদত্ত ভাগৱতী তাক সময়ে পাহৰি গলেও ইতিহাসৰ এটা মচিব নোৱাৰা পৃষ্ঠা। অকল ইমানেই নহয়, ব্যক্তিগত ভাবেও তেওঁ নিজৰ ঘৰত এটা পুথিভঁৰাল স্থাপন কৰিছিল আৰু নাম ৰাখিছিল দেউতাকৰ নামতেই 'হৰকান্ত ভাগৱতী পুথিভঁৰাল।" মাখিবাহাৰ পৰা পৰৱৰ্ত্তী সময়ত শ্বিলঙত থাকিবলৈ লোৱাতেও মতিনগৰৰ জ্ঞানশ্ৰীত (তেওঁৰ বাসভৱনৰ নাম) দেখিছিলো ব্যক্তিগতভাবে আটোমটোকাৰিকৈ ৰখা এটা পুথিভঁৰাল। পুথিভঁৰালৰ তাত্ত্বিক অৰ্থ যদি জ্ঞানৰ ভঁৰাল হয়, তেতিয়াহলে জ্ঞানশ্ৰীত জ্ঞানৰেই পোহাৰ মেলাৰ চেষ্টা কৰিছিল গুৰুদত্ত ভাগৱতীয়ে।

কথিত আছে— সিংহৰ লগত থাকিলে সিংহ হব নোৱাৰিলেও গুজৰিবলৈ শিকে হেনো। গোপীনাথ বৰদলৈৰ সান্নিধ্যই ভাগৱতীক তীব্ৰভাবে প্ৰেৰণা যোগাইছিল। কিয়নো, গোপীনাথ বৰদলৈ সঁচা অৰ্থতেই আছিল দেশ, মাটি আৰু মানুহৰ ত্ৰাণকৰ্ত্তা। এইখিনিতেই বৰদলৈ সম্পৰ্কে অলপ কথা উনুকিয়াব বিচাৰিছো। ১৯৩৭ চনৰ এক এপ্ৰিল তাৰিখে পৰাধীন অসমৰ প্ৰথম প্ৰধান মন্ত্ৰী (মুখ্যমন্ত্ৰী) হিচাপে ছাদুল্লাই শপত গ্ৰহণ কৰিছিল। অথচ ছাদুল্লাৰ দলে নিৰ্বাচনত সংখ্যাগৰিষ্ঠ সদস্যক জয়লাভ কৰাই আনিব পৰা নাছিল। তেতিয়াৰ একশ আঠখন বিধান সভা সমষ্টিত কংগ্ৰেছ দলে জয়লাভ কৰিছিল। তেত্ৰিশখন আসনত মুছলীম লীগে মাত্ৰ দহখন আসনত জয়লাভ কৰিলেও মুছলমান বিধায়কৰ মুঠ সংখ্যা আছিল ছাব্বিশ গৰাকী ছাদুল্লাই মুছলমান

সদস্য সকলক কেন্দ্ৰিত কৰিছিল। ইউৰোপীয়ান চাহ খেতিয়ক জনজাতি আৰু অকংগ্ৰেছী মিলি সংযুক্ত মন্ত্ৰীসভা গঠনত ৰাজ্যপাল আগ্ৰহী আছিল। সংখ্যাগৰিষ্ঠতা থকাৰ পিছতো ৰাজ্যপালে গোপীনাথ বৰদলৈক মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান কৰা নাছিল। ছাদুল্লাক পুতলা সজাই ৰাজ্য শাসন কৰাই আছিল ইংৰাজৰ লক্ষ্য। দেশভক্ত তৰুণৰাম ফুকনে কংগ্ৰেছৰ সমৰ্থনত কিছুমান সদস্য আনিবলৈ চেষ্টা কৰিলেও ৰোহিণী চৌধুৰীয়ে মন্ত্ৰী হোৱাৰ আশাত ছাদুল্লাকহে সমৰ্থন কৰিছিল। ১৯৩৮ চনৰ [illegible]ৰ ছেপ্তেম্বৰ তাৰিখে ছাদুল্লা চৰকাৰৰ পতন হৈছিল তৰুণৰাম ফুকন, বৈদ্যনাথ মুখাৰ্জী আদি তেতিয়াৰ অকংগ্ৰেছী নেতাই ছাদুল্লাৰ পক্ষত থকা সদস্য কংগ্ৰেছৰ সমৰ্থনত আনিছিল। সেই সময়ত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি আছিল [illegible]। বিধান সভাৰ অধ্যক্ষৰ আসনত আছিল বসন্ত দাস। তেওঁলোকেও বৰদলৈয়ে শাসন ভাৰ লোৱাটো বিচৰা নাছিল। বিষয়টো পৰীক্ষা কৰি চাবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে মৌলানা আবুল কালাম আজাদক পৰ্যবেক্ষক হিচাপে অসমলৈ পঠিয়াইছিল আৰু আজাদে অসম কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা গঠন কৰিব নালাগে বুলি পৰামৰ্শ দিছিল। আজাদৰ পৰামৰ্শত সন্তুষ্ট হব নোৱাৰি বৰদলৈয়ে কংগ্ৰেছৰ তেতিয়াৰ সৰ্বভাৰতীয় সভাপতি সুভাষ চন্দ্ৰ বসুক মাতি পঠিয়ালে আৰু অসমৰ জনসাধাৰণে ভোগ কৰা বিশেষ পৰিস্থিতিৰ স্বাৰ্থতেই কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰাৰ প্ৰয়োজনীয়তাৰ কথা বুজাই কলে। বৰদলৈয়ে সুভাষক বুজাব পাৰিছিল আৰু মন্ত্ৰীসভা গঠনৰ অনুমোদন লাভ কৰিছিল। বৰদলৈক প্ৰধানমন্ত্ৰী পতা, ছাদুল্লা মন্ত্ৰীসভা ভঙা কাৰ্যত তৰুণৰাম ফুকন, বৈদ্যনাথ মুখাৰ্জী, ৰবীন কাকতি আৰু শঙ্কৰ বৰুৱাৰ অৱদান লেখত লবলগীয়া। প্ৰধানমন্ত্ৰী হৈ বৰদলৈয়ে অসমৰ বৃহত্তৰ স্বাৰ্থত নিমজ্জিত হৈছিল আৰু সুভাষৰ পিছত আজাদ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাপতি হোৱাত স্বাভাৱিকতেই তেওঁৰ পৰা ইতিবাচক সহাৰি পোৱা নাছিল। এইবাৰ বৰদলৈয়ে গান্ধীজীৰ ওচৰ পাইছিল। ছাদুল্লাই আজাদৰ আশীৰ্বাদ লৈ যাতে ইংৰাজৰ সপক্ষে আৰু বিধান সভাত নিজৰ ইচ্ছামতে কাম কৰিব নোৱাৰে এই দিশত গান্ধীজীয়ে বহু কথা সোঁৱৰাই আছিল। কংগ্ৰেছ সংগঠনৰ লগে লগে জনসাধাৰণৰ মাজত গঠনমূলক কাম, অসমীয়া জাতি গঠন আৰু সংস্কৃতি ৰক্ষা আদি কামবোৰ কৰি যাবলৈ গান্ধীজীয়ে পৰামৰ্শ দিছিল। ১৯৩৯ চনৰ ৩ ছেপ্তেম্বৰৰ পৰা ইউৰোপত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হৈছিল। এই যুদ্ধকালীন অৱস্থাতেই গোপীনাথ বৰদলৈয়ে বৃহত্তৰ অসমীয়া জাতি আৰু কংগ্ৰেছৰ নীতি আদৰ্শক ধৰি ৰখাৰ বাবে চেষ্টা কৰিছিল। এই কামবোৰতেই তৃণমূল পৰ্য্যায়ত গুৰুদত্ত ভাগৱতীয়ে নিজৰ অঞ্চলত স্ব-নিয়োজিত হৈ বৰদলৈক সহায় কৰিছিল আৰু জাতীয় স্বাৰ্থতেই জনশিক্ষা, প্ৰৌঢ় শিক্ষা, পুথিভঁৰাল স্থাপন, কংগ্ৰেছ সংগঠন আৰু সকলোৰে ওপৰত দেশ মাতৃৰ হাতৰ শৃঙ্খল খুলিবলৈ তেতিয়াৰ যুৱক বাহিনীৰ মাজত সোমাই পৰিছিল।

১৯৩৮ চনত ভাগৱতীয়ে 'ভাৰতত নতুন শাসন' নামৰ এটা প্ৰবন্ধ লিখিছিল

আৰু প্ৰয়াত বিজয় চন্দ্ৰ ভাগৱতীয়ে সম্পাদনা কৰা ৯ জুলাই সংখ্যা 'আসাম সেৱক'ত প্ৰকাশ হৈছিল। আসাম সেৱক সেই সময়ত এখন লেখতলবলগীয়া কাকত আছিল। তাৰ সম্পাদকীয় পৃষ্ঠাটোৰ বাবে পাঠকে কাকতখন বিচাৰি বিচাৰি পঢ়িছিল। বিজয় চন্দ্ৰ ভাগৱতীৰ সাংবাদিকতা, সাহিত্যিক গুণ আৰু দেশপ্ৰেমৰ সম্মিলিত শক্তিৰ মুক্ত প্ৰকাশ ঘটিছিল আসাম সেৱকৰ সম্পাদকীয়ত। তাত প্ৰকাশ পোৱা লেখাসমূহো আছিল বিশেষভাৱে নিৰ্বাচিত। আসাম সেৱকত প্ৰবন্ধ প্ৰকাশ কৰাৰ সময়ত গুৰুদত্ত ভাগৱতী কলেজীয়া ছাত্ৰ। ৰাজনীতি আৰু বাণিজ্যৰ ওপৰত ভালেকেইবছৰ বেহা-বেপাৰ শিতানত প্ৰয়াত দীননাথ শৰ্মাই সম্পাদনা কৰা তেতিয়াৰ মাহেকীয়া আলোচনী 'আবাহন'ত একেৰাহে প্ৰবন্ধ লিখিছিল।

বাণিজ্যৰ স্নাতক হোৱাৰ পিছত তেওঁ বিয়াল্লিছৰ গণ-আন্দোলনত জপিয়াই পৰিছিল। নেতা হোৱাৰ মানসিকতা সম্পূৰ্ণভাৱে ত্যাগ কৰি স্থানীয় ভাবে গাঁৱৰ পিছত গাঁও সংগঠন কৰি জনতাৰ মাজত স্বাধীনতাৰ বাবে সম্পূৰ্ণ জাগৃতি সৃষ্টি কৰিবলৈ তেতিয়াৰ যুৱক গুৰুদত্ত ভাগৱতীয়ে বিশ্ৰাম পাহৰিছিল, ভাগৰ পাহৰিছিল আৰু ১৯৪২ চনত টিহুত অনুষ্ঠিত কংগ্ৰেছৰ সভাত য'ত ডাঃ ভুবনেশ্বৰ বৰুৱাক গ্ৰেপ্তাৰ কৰিছিল, য'ত সৰু লৰা বুলি প্ৰয়াত গিৰীন্দ্ৰ নাৰায়ণ ঠাকুৰীয়াক গ্ৰেপ্তাৰ নকৰি এৰি দিছিল তাত সক্ৰিয়ভাবে লাগি পৰিছিল আৰু কংগ্ৰেছৰ উৰ্দ্ধতম মহলৰ নিৰ্দ্দেশ মৰ্মে গ্ৰেপ্তাৰৰ হাত সাৰি আত্মগোপন কৰিছিল। সেই বিশাল সভাখনত কমেও ত্ৰিশ হেজাৰ জনতাৰ সমাগম হৈছিল আৰু ইংৰাজৰ পুলিচক প্ৰৰোচিত নকৰাকৈ সুশৃঙ্খলভাবে জনতাক সভাস্থলীত ৰাখিব পৰাটো আছিল ভাগৱতীৰ নেতৃত্বৰ লেখত লবলগীয়া গুণ। বিয়াল্লিছৰ গণ-আন্দোলনৰ পিছত ভাগৱতীয়ে চাকৰিৰ সন্ধান নকৰি সমাজ সেৱাকেই ব্ৰত হিচাপে লৈ গঠনমূলক কামবোৰ কৰি ফুৰিছিল। জীৱিকাৰ বাবে ডিব্ৰুগড়ত মনোহাৰী দোকান এখন দিছিল আৰু স্বাধীনতা সেনানী হিচাপে জনতাৰ মাজত মিলি পৰিছিল। গোপীনাথ বৰদলৈয়ে দ্বিতীয়বাৰৰ কাৰণে প্ৰধান মন্ত্ৰী (মুখ্যমন্ত্ৰী) হোৱাত ১৯৪৬ চনৰ নবেম্বৰ মাহত অসম সচিবালয়ৰ এগৰাকী কৰ্মচাৰী হিচাপে চাকৰি জীৱনৰ পাতনি মেলে। ব্যক্তিগত জীৱনৰ নিষ্ঠা, সততা আৰু দায়বদ্ধতা চৰকাৰী কামত দেখুৱাব পাৰিছিল বাবে তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। স্বাধীনতাৰ পিছত ইংৰাজে ভাগিচিগি দুৰ্বল কৰি যোৱা দেশখনক পুনৰ গঠন আৰু নকৈ সজোৱাৰ প্ৰস্তুতি চৰকাৰে যেতিয়া চলাইছিল, ভাগৱতীয়ে চৰকাৰী কৰ্মচাৰী হিচাপেই নহয়— এই কামত নিষ্ঠা সহকাৰে লাগি যোৱাটোক এগৰাকী মুক্তিযুঁজাৰুৰ নৈতিক কৰ্ত্তব্য বুলি মানি লৈছিল। তেওঁৰ নিষ্ঠা আৰু আন্তৰিকতাৰ বাবেই অসম চৰকাৰে অৰ্থ সাহায্য দি ১৯৫৭ চনত উচ্চ শিক্ষাৰ বাবে লণ্ডনলৈ পঠিয়াইছিল। হীৰাৰ টুকুৰা য'তেই পেলাই নিদিয়ক কিয়, সি উজ্বলি

উঠিবই। লণ্ডনত ভাগৱতীয়ে একে নিষ্ঠা আৰু কৰ্ত্তব্যপৰায়ণতাৰ পৰিচয় দিব পাৰিছিল। University of London Institute of Education ত ১৯৫৭ - ১৯৫৮ বৰ্ষৰ বাবে ভাগৱতীয়ে মিঃ টি আৰ বাটোনৰ (Mr T R Batten) ৰ তত্ত্বাবধানত শিক্ষালাভ কৰিছিল। মিঃ বাটোন সেই বিশ্ববিদ্যালয়ৰ জ্যেষ্ঠ প্ৰবক্তা আৰু কমিউনিটি ডেভেলপমেণ্টৰ তত্ত্বাবধায়ক আছিল। তেখেতে ভাগৱতী সম্পৰ্কত লিখিছিল— "Mr G Bhagawati studied community development under my supervision at the University of London Institute of Education for the full University session from the beginning of October 1957 to the end of June 1958

He was a most diligent workers. Punctual and regular in his attendance at all discussion group meetings, seminars, Lectures and visits He contributed two good papers for seminar discussions Apart from the general studies on the course, he also undertook a good deal of Private study and was Particularly interestted in anything to do with the relation between community development and local government Therefore in addition to the normal work of the course I arranged for him through the High commission a special attachment to an English local Authority He also made a study of the organisation and functions of the Parish council at the lowest level of English local Government in the English villages I have every reason to be pleased with his work and Progress throughout the year and hope and expect, that he will find the work of Practical use to him on his return to his own country "

লণ্ডনৰ গাঁওলৈ গৈ সাধাৰণ ইংৰাজৰ অৱস্থা অধ্যয়ণ কৰি ভাগৱতীয়ে তুলনা কৰিছিল অসমৰ গাঁৱৰ ছবি। নলবাৰী জিলাৰ মাখিবাহা গাঁৱৰ ভাগৱতীয়ে প্ৰতিখন গাঁওতেই বিচাৰিছিল সাদৃশ্য আৰু বৈ-সাদৃশ্য। আচলতে উন্নত, উন্নয়ণশীল আৰু অনুন্নত গাঁৱৰ মাজত সাদৃশ্যতকৈ বৈসাদৃশ্যহে দেখিবলৈ পোৱা যায় বেছি। ইংৰাজৰ গাঁওত অসমৰ গ্ৰাম্য জীৱনৰ ছবি দেখা নাপালেও এখন ছবিৰ মাজত পাৰ্থক্য বিচাৰি পোৱা নাছিল— সেইয়া হ'ল শ্ৰমিকৰ ঘৰ্মাক্ত মুখৰ ছবি। পাৰ্থক্য ইমানেই যে ক'ৰবাত পেটৰ দায়ত বিষণ্ণ মনেৰে শ্ৰম কৰিছে আৰু ক'ৰবাত হাঁহি হাঁহি কৰ্ত্তব্য পালন কৰিছে। কৰবাত সমূহীয়া ফাৰ্মত যন্ত্ৰৰ সহায়ত কাম কৰিছে আৰু ক'ৰবাত তাকৰিয়া মাটিত হাতত লৈছে কেকোৰা নাঙল। ইংৰাজ গাঁৱৰ খেতিয়ক সকলৰ

হাঁহি থকা মুখত নিজ গাঁৱৰ খেতিয়কৰ মুখ মুঠেও দেখা নাছিল। সেই সময়ত ভাগৱতীৰ মনলৈ আহিছিল সদা স্বাধীন ভাৰতৰ এই গ্ৰামীণ অৰ্থনীতিত কেনেদৰে পৰিবৰ্ত্তন আনি পৃথিৱীৰ বাকী দেশৰ গ্ৰামীণ ৰাইজৰ দৰে এক আনন্দ আৰু পূৰ্ণতাৰ হাঁহি উপহাৰ দিব। মনলৈ দৃঢ়তা আহিছিল। দৃঢ়তাই প্ৰেৰণা আনিছিল। এই প্ৰেৰণাই আনিছিল নিষ্ঠা আৰু একাগ্ৰতা— যাৰ সমষ্টিক আমি দেশপ্ৰেম, মাটিৰ প্ৰেম নাইবা জনতাৰ প্ৰেম বুলি আখ্যা দিব পাৰো।

লণ্ডনত থাকোতে তেওঁৰ কৰ্ত্তব্যনিষ্ঠাৰ ওপৰত Borough of Totten ham ৰ ডেপুটি টাউন ক্লাৰ্ক M. Lindsay Taylor এ লিখিছে "Mr. G. Bhagawati was attached to this Borough council for training in local government administration. During his training Mr. Bhagawati attended at the corporation offices daily to study the general administration and financial arrangements of the council. He had the opportunity to discuss with senior officers in the Departments of the Town clerk, Borough Treasurer, Medical officer of Health, Borough Engineer, cleansing superintendent and housing Manager the various aspects of the day-to-day working of their respective Departments and of the corporation's functions generally. Mr. Bhagawati's courteous and intelligent approach to the work and his ready understanding of what he was shown made it a pleasure to be of assistance to him.

১৯৫৮ চনত লণ্ডনৰ পৰা পাচঁগৰাকী ব্যক্তিয়ে উচ্চ শিক্ষা লৈ অসমলৈ উভতি আহিছিল। ৭ জুলাইৰ আসাম ট্ৰিবিউনত এটা বাতৰি এনেদৰে পৰিবেশন কৰিছিল—

"Information has been received from the United Kingdom about the success of five Assamese students studying there.

Dr. Bhabit Chandra Dawka of the Assam Medical College has passed the final F.R.C.S. examination from Edinburgh. Dr. Dawka is the fourth F.R.C.S. from Assam.

Dr. Lalit Chandra Kakati of the Assam Medical College has passed the Diploma examination in Bacteriology from London.

Sri Gurudatta Bhagawati has completed his training in the Community Development and Adult Education course in the Institute of Education University of London. He also took practical training in Local Government Administration in England.

Sri Bhabendra Mohan Pathak has taken a diploma in Education from the Institute of Education University of London. Sri Pathak is now working for the M A degree in Education.

Sri Padma Narayan Choudhury has passed the B Com Examination from Edinburgh.

বিদেশৰ মাটিৰ পৰা উভতি অহি ওপজা মাটিত ভৰি দিয়াৰ পিছতে ১৯৫৮ চনত তেতিয়াৰ নব প্ৰতিষ্ঠিত মাখিবাহা হাইস্কুল প্ৰাঙ্গণত এখন বৃহৎ সম্বৰ্দ্ধনা সভা অনুষ্ঠিত হৈছিল আৰু ভাগৱতীয়ে তেওঁৰ লণ্ডনত পোৱা আৰ্থ সামাজিক, শৈক্ষিক সাংস্কৃতিক অভিজ্ঞতাৰ ওপৰত প্ৰায় দুঘণ্টাজোৰা এটা বক্তৃতা দিছিল। (আমি নিজেও সেই হাইস্কুলৰ তেতিয়াৰ ছাত্ৰ হিচাপে বক্তৃতা শুনিছিলো)।

জাতিৰ জনক মহাত্মা গান্ধীয়ে গাঢ়ে হিমজুৰে বিশ্বাস কৰিছিল যে গ্ৰামীণ ভাৰতবৰ্ষৰ আৰ্থ সামাজিক উন্নয়ণ অবিহনে দেশ কেতিয়াও উন্নত হব নোৱাৰে সেই কাৰণেই গ্ৰাম্য স্বৰাজৰ কথা কৈছিল। ভাৰতবৰ্ষত প্ৰথম অসমতেই পঞ্চায়তৰ ব্যবস্থা হৈছিল আৰু ইয়াৰ আগতেও ৰাইজ-মেলৰ মাধ্যমত আমাৰ সমাজ গাঠনি ভাৰতৰ আন ৰাজ্যৰ বাবে আদৰ্শনীয় উদাহৰণ আছিল। পঞ্চায়তৰ মাধ্যমেৰে জনজীৱনৰ উন্নয়ণ কেনেদৰে কৰিব পাৰি তাৰ সূত্ৰ মুক্তিযুদ্ধৰ সেনানী ভাগৱতীৰ জন্মসূত্ৰেই আছিল। গাঁৱৰ মাজত থাকি, স্বাধীনতা আন্দোলনৰ সময় ছোৱাত সাংগঠনিক স্বাৰ্থত গাঁৱে গাঁৱে ঘূৰি গাঁৱৰ প্ৰাণটোক বুজি পাইছিল। বিদেশতো বিশ্বৰ পঞ্চায়ত ব্যৱস্থা আৰু গ্ৰামীণ উন্নয়ণৰ সূত্ৰবোৰ দেখি পঢ়ি মানসিকভাৱে কিবা এটা কৰাৰ প্ৰেৰণা লৈ অহা ভাগৱতীৰ মনটোৰ উমান পাইছিলো – মাখিবাহা হাইস্কুল প্ৰাঙ্গণত ১৯৫৮ চনৰ বিশাল সম্বৰ্দ্ধনা সভাত দিয়া তেওঁৰ তেজস্বী বক্তৃতাত। চৰকাৰী যন্ত্ৰৰ মাধ্যমত, লিখনিৰে, বক্তৃতাৰে, পৰামৰ্শৰে ভাগৱতীয়ে যিমান যেনেকৈ সুবিধা পাইছিল, জনজীৱনৰ উন্নয়ণত জীৱন নিয়োগ কৰিছিল, যাৰ ফলত আন বহুতে বিচৰাৰ দৰে স্থাবৰ সম্পত্তি, বিলাসৰ জীৱন আৰু প্ৰতিযোগিতাত চেৰ পেলাব নোৱাৰাকৈ সুবিধাৰ গজদন্ত মিনাৰত বহিবলৈ আগ্ৰহ তেওঁৰ মাজত দেখা নগ'ল। দেখা গ'ল-- যতেই থাকিবলৈ লৈছিল তাতেই ৰাইজৰ উন্নয়ণমূলক অনুষ্ঠান, সাহিত্য সংস্কৃতিৰ অনুষ্ঠান লিখা-পঢ়াৰ পৰিবেশ আৰু দেশ বিদেশৰ কিতাপ পঢ়ি পোৱা জ্ঞান বিভিন্ন মাধ্যমত প্ৰকাশ কৰা কাৰ্য।

অসম পঞ্চায়ত আইন ১৯৫৯ চনৰ বাস্তৱ প্ৰয়োগৰ ক্ষেত্ৰত ভাগৱতীৰ অৰিহণা অভাৱনীয়। অসম চৰকাৰে তেওঁক বিদেশৰ পৰা উভতি অহাৰ পিছতেই সামূহিক উন্নয়ণৰ বিশেষ বিষয়া হিচাপে নিযুক্তি দিছিল আৰু বিদেশত লৈ অহা জ্ঞানৰ বাস্তৱ প্ৰয়োগৰ প্ৰমাণ দিয়াৰ সুযোগ পাইছিল। ১৯৫৯ চনৰ পৰা ১৯৬৯ চনলৈকে তেওঁ

এই প্ৰকল্পৰ মাধ্যমত উন্নয়ণৰ গতিধাৰা খৰস্ৰোতা কৰাত অসম চৰকাৰক সহায় কৰিছিল। ১৯৬৯ চনত প্ৰথমতে পৌৰ প্ৰশাসন বিভাগটো চোৰা-চিতা কৰিছিল। বিদেশত এই দিশতো তেওঁ বিশেষ শিক্ষা লাভ কৰিছিল। পৌৰ প্ৰশাসন বিভাগত তেওঁ প্ৰতিষ্ঠাপক উপ-সঞ্চালক পদত কাৰ্য্যনিৰ্বাহ কৰিছিল। ১৯৭০ আৰু ১৯৭৩ চনত তেওঁক নতুন দিল্লীৰ ইণ্ডিয়ান ইনষ্টিটিউট অৱ পাব্লিক এডমিনিষ্ট্ৰেশ্যনত বিশেষ প্ৰশিক্ষণৰ বাবে চৰকাৰে পঠিয়াই দিছিল। গুৱাহাটীৰ পৌৰ প্ৰশাসন আইন ১৯৬৯ খন প্ৰণয়নৰ সময়ত বিশেষজ্ঞ দলৰ ভিতৰত তেওঁ এগৰাকী বিশেষজ্ঞ আছিল। অসমৰ পৌৰ নিগম সমূহৰ সঞ্চালক ৰূপে কাৰ্য্যনিৰ্বাহ কৰি চাকৰিৰ পৰা অৱসৰ লৈছিল যদিও অৱসৰৰ পিছত পুনৰ অসম ৰাজ্যিক ফিল্ম ফাইনেন্স ক'ৰপৰেশ্যনৰ প্ৰশাসনিক বিষয়া হিচাপেও কাৰ্য্যনিৰ্বাহ কৰিছিল।

অসম সাহিত্য সভাৰ এগৰাকী আজীৱন সদস্য হিচাপে আজীৱন নীৰৱ সাধনা আৰু নীৰৱেই সাহিত্য সভাৰ এগৰাকী সাধাৰণ কৰ্মী হিচাপে কাম কৰি গ'ল। আজিৰ এই বয়সতো কলম এৰি নিদিয়া ভাগৱতীৰ কালে হৰণ কৰিব নোৱাৰা প্ৰেৰণাৰ স্ৰোত সঁচাকৈয়ে আচৰিত হ'ব লগীয়া। 'কলম নেৰিবা' বুলি প্ৰয়াত বেণুধৰ শৰ্মাই ভাগৱতীক লিখিতভাৱে মৰমৰ নিৰ্দেশ দিয়াত সেই নিৰ্দেশকে আশীৰ্বাদ হিচাপে আজিও মানি অহা যেন লাগে। ১৯৬৯ চনত অসম সাহিত্যসভাৰ কেন্দ্ৰীয় কাৰ্য্যনিৰ্বাহকৰ তেওঁ এগৰাকী সদস্য নিৰ্বাচিত হৈছিল। সাহিত্য সভাৰ উপৰিও শ্বিলং মুকুল সংঘৰ তেওঁ সাধাৰণ সম্পাদক আৰু ঐতিহাসিক 'আসাম ক্লাব'ৰ লগত জৰিত হৈ আছিল। আসাম ক্লাবৰ শতবাৰ্ষিকী অনুষ্ঠানত তেওঁ সাধাৰণ সম্পাদক আছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ শতবাৰ্ষিকী ১৯৬৮ চনত শ্বিলঙত আঞ্চলিক ভিত্তিত উদ্‌যাপন কৰিছিল আৰু ভাগৱতী আছিল শতবাৰ্ষিকী কমিটিৰ সাধাৰণ সম্পাদক। তাত পাঠ কৰা সম্পাদকীয় প্ৰতিবেদনৰ অংশবিশেষ স্মৃতিচাৰণৰ বাবে এই সংকলনত প্ৰকাশ কৰা হৈছে। চৰকাৰী কামৰ ব্যস্ততা, বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ কৰ্মত নিজকে নিয়োজিত কৰিছিল। প্ৰয়োজনৰ দিশটো সন্মুখত ৰাখি ভাগৱতীয়ে কলম হাতত লৈছিল। ১৯৪৮ চনত আকাশবাণী গুৱাহাটী শ্বিলং কেন্দ্ৰ প্ৰতিষ্ঠা হোৱাৰ পিছত গ্ৰাম্য অৰ্থনীতি, আৰ্থ-সামাজিক সমস্যা, জনস্বাস্থ্য ইত্যাদিৰ ওপৰত কথিকা, নাটিকা আদি প্ৰচাৰ কৰিছিল। আনকি বিদেশত থকা অৱস্থাত সুদূৰ লণ্ডনৰ পৰা তেওঁ লেখা পঠিয়াইছিল। ১৯৫৮ চনত ভাৰতবৰ্ষত খাদ্যাভাৱ হৈছিল আৰু খাদ্যৰ অভ্যাস পৰিবৰ্তনৰ ওপৰত তেওঁ লণ্ডনৰ পৰাই লেখা পঠিয়াইছিল আৰু আকাশবাণীৰ মাধ্যমত জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাইছিল।

## সাহিত্য সেৱী ভাগৱতী ঃ

হেম বৰুৱাই অভিজ্ঞতাৰ সমষ্টিকেই সাহিত্য বুলি কৈছিল। প্ৰত্যেক মানুহৰ বিচিত্ৰ অভিজ্ঞতাক ক'লা সন্মতভাবে লিখিলে সি সাহিত্য হৈ পৰে সাহিত্য ৰচনাৰ সন্মুখত লক্ষ্য আৰু উদ্দেশ্য থাকে আৰু সাধাৰণতে সমাজৰ কল্যাণৰ দিশ আগত ৰাখি লেখক সকলে সাহিত্য ৰচনা কৰে। ভাগৱতীয়ে ছাত্ৰাৱস্থাৰ পৰাই কলম হাতত ললেও ১৯৬২ চনৰ পৰা ১৯৭২ চনলৈ আশাসুধীয়া ভাবে লিখিছিল আৰু নিজকে এগৰাকী সাহিত্যকৰ্মী বুলি পৰিচয় দিবলৈ সক্ষম হৈছিল। তেওঁৰ প্ৰথম লেখা 'গুহক চণ্ডাল' ১৯৬১ চনত প্ৰকাশ হৈছিল আৰু শিশুৰ উপযোগীকৈ এই নাটিকাখন লিখিছিল। পঢ়া আৰু অভিনয় দুযোটা মাধ্যমৰ মাজেৰে 'গুহক চণ্ডাল' সেই সময়ত অতি জনপ্ৰিয় আছিল আৰু প্ৰথম সংস্কৰণৰ প্ৰকাশিত পুথি শেষ হোৱাত ১৯৬৪ চনত ইয়াৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হৈছিল ১৯৬৩ চনত 'সমাজ উন্নয়ণ' নামৰ গ্ৰন্থখনৰ মাজেৰে সমাজ বিশ্লেষণ কৰি পাঠক সকলক চিন্তাৰ খোৰাক যোগাইছিল। এই গ্ৰন্থখনৰ ১৯৬৬ চনত দ্বিতীয় সংস্কৰণ ওলাইছিল ১৯৬৪ চনৰ এৰ্কত্ৰিশ জানুৱাৰীত আকাশবাণী গুৱাহাটীয়ে এই গ্ৰন্থখন সম্পৰ্কে এনেদৰে কৈছিল— "সমাজ উন্নয়ণ নামৰ পুথিখনত শ্ৰীগুৰুদত্ত ভাগৱতীয়ে তত্ত্ব তথ্য আৰু ব্যক্তিগত অভিজ্ঞতাৰ ত্ৰি ধাৰাৰ সমন্বয় ঘটাইছে। সমাজ উন্নয়ণ " কমিউনিটি ডেভেলপমেণ্টৰ দৰে কাৰিকৰী জটিল বিষয়স্থৰ আলোচনা যথা সম্ভৱ সহজ সাৱলীল আৰু উপাদেয় কৰিবলৈ চলোৱা এনে প্ৰচেষ্টাৰ বাবে লেখক প্ৰসংশনীয়।" সেই একে সময়তে 'নতুন প্ৰাণত বাজে প্ৰণয়ৰ সুৰ' নামৰ গ্ৰন্থখন প্ৰকাশ হয়। বেদ বেদান্ত, নানান শাস্ত্ৰ আদিয়ে হিন্দু বিবাহ পদ্ধতি আৰু ইয়াৰ সাৰ সন্না এই গ্ৰন্থখনত বিশদভাবে লিপিবদ্ধ কৰিছে। এটা বছৰতে ইয়াৰ আটাইখিনি বিক্ৰী হোৱাত ১৯৬৪ চনত পুনৰ প্ৰকাশ হয়। ভাগৱতীৰ কিতাপ সমূহৰ ভিতৰত এইখনেই আটাইতকৈ বেছি বিক্ৰী হোৱা জনপ্ৰিয় কিতাপ। অসমীয়া ভাষাত বিয়া সম্পৰ্কত লিখা এইখনেই প্ৰথম কিতাপ বুলি বিজ্ঞ সমাজে মন্তব্য কৰিছে। ১৯৬৪ চনত 'মইনাৰ মৌ মেলত' নামৰ শিশু সাহিত্য এখন প্ৰকাশ কৰে। এইখনো এখন অতি জনপ্ৰিয় কিতাপ আৰু ১৯৬৬ চনত ইয়াৰো দ্বিতীয় সংস্কৰণ প্ৰকাশ হয়। ১৯৬৫ চনত তেওঁৰ একেলগে তিনিখন পুথি প্ৰকাশ হয়— Human Relation In Administration. 'সম্ভৱামি যুগে যুগে' নামৰ এখন একাঙ্কিকা আৰু 'বিশ্বজননী' নামৰ কবিতা সংকলন। ভাগৱতী কবি নাছিল যদিও জীৱনৰ বিভিন্ন সময়ত লিখা কবিতাবোৰকেই একত্ৰিত কৰি তেওঁৰ কাব্যিক মনটোক বিশ্বজননীত ধৰি ৰখা বুলি কব পাৰি। 'পঞ্চায়ত ৰাজ' আৰু 'বিবাহ আৰু জীৱন' ১৯৬৬ চনত প্ৰকাশ পাইছিল। আচলতে কৃষিপ্ৰধান দেশ ভাৰতবৰ্ষৰ সামাজিক ব্যৱস্থাটোৱেই পঞ্চায়তী ব্যৱস্থা বুলি কব পাৰি। এই ব্যৱস্থাৰ

মাজেৰে কেবল সামাজিক দিশটোৱে নহয়, অৰ্থনৈতিক দিশতো ই আমূল পৰিৱৰ্তন আনিব পাৰে। পঞ্চায়তৰাজ পুথিখনৰ ওপৰত দৈনিক অসমে ১৯৭৯ চনৰ জুন মাহৰ এটা সংখ্যাত এনেদৰে লিখিছিল— "পঞ্চায়তৰাজ পুথিখনিত প্ৰাচীন ভাৰতৰ পঞ্চায়ত ব্যৱস্থাৰ পৰা আৰম্ভ কৰি বৰ্তমান সময়ৰ পঞ্চায়ত ব্যৱস্থালৈ এটি থূলমূল বিৱৰণ দাঙি ধৰা হৈছে। পঢ়ুৱৈসকলে পুথিখনৰ পৰা থোৰতে পঞ্চায়ত সম্পৰ্কে জানিবলগীয়া আটাইখিনি কথাৰে সম্ভেদ পাব।" বৰ্তমান অসমত বন্ধ হৈ থকা পঞ্চায়ত নিৰ্বাচনে প্ৰভূতভাবে অসমৰ গ্ৰাম্য সমাজক ক্ষতি কৰিছে আৰু গ্ৰাম্য উন্নয়ণত পঞ্চাযতৰ ভূমিকাই যি আমূল পৰিৱৰ্তন আনি দিব পাৰে তাৰ গতি ৰুদ্ধ কৰিছে। কেন্দ্ৰীয় চৰকাৰে গ্ৰাম্য অৰ্থনীতিৰ উন্নয়ণৰ দিশত যি সময়ত পঞ্চায়তৰ মাধ্যমত বৃহৎ অঙ্কৰ পুঁজি ব্যৱহাৰ কৰিছে সেই সময়ত অসমৰ কাৰণে আবন্টিত ধন হয় উভতি গৈছে, নহয় অব্যৱহৃত হৈছে নাইবা বেয়াকৈ ব্যৱহাৰ কৰা হৈছে। বৰ্তমান সময়ছোৱাত পঞ্চায়তৰ ক্ৰমবিকাশ, ইয়াৰ ইতিহাস আৰু গ্ৰামীণ অৰ্থনীতিত ইয়াৰ ভূমিকা সন্নিবিষ্ট উক্ত কিতাপখন প্ৰতিজন সমাজসেৱীৰে হাতপুথি হোৱা উচিত। প্ৰগতিশীল আৰু কল্যাণকামী চৰকাৰে এনেধৰণৰ পুথি লিখাই জনসাধাৰণৰ মঙ্গলৰ বাবেই প্ৰচাৰ কৰে। ব্যক্তিগত জীৱনত পোৱা অভিজ্ঞতা, বিদেশত পোৱা খা-খবৰ আৰু তথ্যৰে ভৰা এই সৰু কিতাপখন লিখি ভাগৱতীয়ে সময়ৰ চাহিদা পূৰাবলৈ পবিত্ৰ কৰ্ত্তব্য এটা কৰিছিল যি আজিও প্ৰাসঙ্গিক হৈ আছে। মহাত্মা গান্ধীৰ স্বপ্নৰ গ্ৰাম্য স্বৰাজ ইয়াৰ মাজতেই সোমাই আছে যাক বিশ্বায়ণৰ সময়তো সু-ব্যৱহাৰ কৰিব পাৰি। এই কিতাপখনে ব্যক্তিগতভাবে কাৰোবাক উপকৃত কৰক বা নকৰক এটা মহৎ জাতীয় কৰ্ত্তব্য কৰি লেখক ধন্যবাদৰ পাত্ৰ হৈছে। 'বিবাহ আৰু জীৱন' 'নতুন প্ৰাণত বাজে প্ৰণয়ৰ সুৰ'ৰ লেখিয়া এখন বিশ্লেষণাত্মক কিতাপ। বৰ্ত্তমানৰ নিয়ম-নীতি নমনা শ্ৰেণীটোক এৰি যিসকলে বৈবাহিক জীৱনৰ ভাৰতীয় চিন্তাৰ আত্মাৰ মাজত সোমাব খোজে, বিয়াৰ তাৎপৰ্য বুজিব খোজে, এইখন এখন উপাদেয় গ্ৰন্থ। ১৯৬৬ চনত 'অসমৰ চাহপাত মই' নাম দি আন এখন শিশু সাহিত্য প্ৰকাশ কৰে। শিশুৰ উপযোগিকৈ তেওঁ চাহশিল্পৰ সূক্ষ্ম কথাবিলাকো সহজ সৰল আৰু ৰসগ্ৰাহী ভাষাৰে লিখি শলাগৰ পাত্ৰ হৈছে। সেই একে বছৰতেই "দেশতকৈ মোমাই ডাঙৰ নহয়" নামৰ শিশু উপযোগী পুথিখনো প্ৰকাশ পায়। এটা বছৰতেই দুখনকৈ শিশু উপযোগী পুথি প্ৰকাশ কৰি কণ কণ শিশুসকলৰ হাতত কেৱল মিঠাই আৰু পুতলাৰ সলনি পুথি উপহাৰ দি নৈতিক শিক্ষাৰে শিক্ষিত কৰিব পৰা, নজনা কথা জনাৰ সুবিধা দি ভাগৱতীয়ে দৰাচলতে প্ৰশংসনীয় কাম কৰিছে।

ইয়াৰ পিছত কিছু বিৰতি।

১৯৬১ চনৰ পৰা ১৯৬৬ চনলৈ এবাৰো পিছলৈ উভতি নোচোৱাকৈ পুথি উলিয়াই

ভাগবতীয়ে বাস্তু সাহিত্য কর্মী হিচাপে পৰিচয় দিছিল। এটা দহকৰ পিছত ১৯৭৭ চনত "ৰাণী অভয়েশ্বৰী" নামৰ সৰু জীৱনী এখন তেতিয়া অনুষ্ঠিত অভয়াপুৰী অধিৱেশনত অসম সাহিত্য সভাৰ সময়ত প্ৰকাশ কৰে। অসম সাহিত্য সভাৰ আহ্বানক্ৰমে ১৯৮৬ চনত হাতত লয় আন এখন জীৱনী কিতাপ— 'আনন্দৰাম বৰুৱা' এইখন জীৱনী অসম সাহিত্য সভাই প্ৰকাশ কৰিছিল। আমাৰ দেশৰ গুণী জ্ঞানী লোকসকলৰ জীৱনী সহজ-সৰল ভাষাত লিখি প্ৰকাশ কৰিলে নতুন প্ৰজন্মৰ বাবে অতি প্ৰয়োজনীয় হৈ পৰে। তুলনামূলকভাৱে অসমীয়া সাহিত্যত শিশু উপযোগী জীৱনীৰ সংখ্যা অতি তাকৰ। ভাগৱতীয়ে এই দিশতো অসমীয়া সাহিত্যলৈ বৰঙণি যোগাই উপকাৰ সাধন কৰিছে। ভাৰতীয় প্ৰান্তীয় ভাষাত ইয়াৰ অনুবাদ প্ৰকাশ কৰিব পাৰিলে এইগৰাকী বিদগ্ধ পণ্ডিতৰ জীৱনীয়ে অসম তথা ভাৰতবৰ্ষলৈয়েই গৌৰৱ কঢ়িয়াই আনিব আৰু নতুন পুৰুষৰ বাবে যে প্ৰেৰণা হব— ই ধ্ৰুৱপ।

'ওপোজা মাটিৰ গোন্ধ' ভাগৱতীৰ প্ৰবাসী উপলব্ধি আৰু চিন্তাৰ এখন দলিল অসমৰ বাহিৰত থাকিলে বিদেশৰ আৰু অসমীয়াৰ প্ৰতি কি ধৰণৰ ... বাহিৰত থাকিলে বিদেশৰ মাটিত নিজৰ দেশৰ মাটিৰ প্ৰতি কি প্ৰেম ভাৱৰ মূৰ্ত্ত প্ৰকাশ --- "ওপোজা মাটিৰ গোন্ধ"। এই কিতাপখনৰ জৰিয়তে প্ৰবাসীমনৰ এক সনাতন চিন্তাৰ মূৰ্ত্ত প্ৰকাশ ঘটাই ভাগৱতীয়ে নিজৰ ভাৱানুভূতিৰ উপৰিও আন বহুতৰে মাটিৰ গোন্ধৰ উদাহৰণ প্ৰসঙ্গ কাহিনীত আনি "জননী জন্মভূমি স্বৰ্গাদপি গৰীয়সী" কথাষাৰ পুনৰ প্ৰতিষ্ঠা কৰিছে।

'লোকসংস্কৃতিৰ বিবিধ কাহিনী'ত পুৰণি লোকগাঁথা, জনবিশ্বাস আৰু পৰম্পৰাগতভাৱে আমাৰ সমাজত চলি থকা ধৰ্মীয় পুৰুষসকলৰ কাহিনীৰ মাজেৰে ভাৰতীয় সাৰ-সত্বাকে পুনৰ বিশ্লেষণ কৰিছে ধৰ্মীয় গ্ৰন্থৰ পৰা লোৱা সমলৰ ওপৰত ভিত্তি কৰি লোকসংস্কৃতিৰ সুন্দৰভাৱে আভাস দি পাঠক সকলক উপকৃত কৰিছে।

**ৰচনাৱলীৰ নেপথ্য কথাঃ**

মানৱ সমাজত মহৎ কৰ্মৰ ভিতৰত সাহিত্য কৰ্মক অতি উচ্চ কৰ্মৰ ভিতৰত গণ্য কৰিব পাৰি। এজন গৰাকী লেখকৰ সাহিত্য কৰ্মক একত্ৰিত প্ৰকাশ কৰিলে লেখক গৰাকীক সামগ্ৰিক বিচাৰ কৰাত যেনেদৰে সহায়ক হয় তেনেদৰে ৰচনাকালৰ সময়টো এক ইতিহাস হিচাপে সমাদৃত হৈ উঠে পৃথিৱীৰ আগশাৰীৰ সাহিত্য ক্ষেত্ৰত এনেদৰে সম্পূৰ্ণ ৰচনাৱলী প্ৰকাশ পোৱাৰ বাবে লেখক, সৃষ্টি আৰু সময়ৰ খতিয়ান লোৱাত পৰৱৰ্ত্তী চামক প্ৰভূতভাৱে সহায় কৰিছে আমাৰ চুবুৰীয়া বঙালি সাহিত্যত অগ্ৰজ লেখক সকলৰ ৰচনা সম্ভাৰ প্ৰকাশ কৰি বঙ্গৰ সমাজ, সাহিত্য আৰু সময়ক ধৰি ৰখাৰ যি মহৎ চেষ্টা কৰিছে, তুলনামূলকভাৱে অসমীয়া সাহিত্য সেই দিশত এতিয়াও পলুকীয়া বুলি কব পাৰি। চৰকাৰৰ প্ৰচেষ্টাত অসম প্ৰকাশন পৰিষদে এনে আঁচনি লৈছিল যদিও

বৰ্ত্তমান আগবঢ়াৰ ঠাইত পিছুৱাইহে গৈ আছে। ব্যক্তিগত প্ৰচেষ্টাৰে, লেখক আৰু প্ৰকাশক সকলে এনে ব্যয়বহুল কাম হাতত ললেও পাঠক সমাজৰ পৰা আশানুৰূপ সহাৰি পোৱা দেখা নাযায়। এনে এক সময়ত ৰচনাৱলী প্ৰকাশ কৰাটো অসমীয়া সাহিত্যৰ বাবে শুভ সংবাদ আৰু সাহসিক পদক্ষেপ।

১৯৯৮ চনত ভাগৱতী এবাৰ শয্যাশায়ী হৈ আছিল। তেওঁ যেতিয়াই অসুস্থ হৈ পৰে তেতিয়াই নিজৰ সৃষ্টিৰ কথা কয়। এদিন আমাৰ ওচৰত তেওঁ কিতাপ কেইখনমানৰ পুনৰ সংস্কৰণৰ কথা কৈছিল। অসুস্থ দেহেৰে সেই সময়ত তেওঁ 'বিশ্বজননী' কবিতা সংকলনখনৰ দ্বিতীয় সংস্কৰণৰ আৰ্হি কাকত শুধৰাই আছিল। আমি নিজে লেখাৰ লগত জৰিত যেতিয়া তেওঁৰ মানসিক অৱস্থাটো বুজিব পাৰিছিলো। সেইবাবে এখন এখনকৈ কিতাপবোৰ পুনৰ সংস্কৰণ কৰাতকৈ প্ৰকাশিত কিতাপসমূহৰ এখন সংকলন গ্ৰন্থ ছপোৱাৰ পক্ষে মতামত দিছিলো। ইয়াৰ পিছত মূৰত সেই চিন্তাটোৱে সদায় উকি দি ধৰাত বিভিন্ন সময়ত যিসকল শুভাকাংক্ষী তেওঁৰ ঘৰলৈ আহে, প্ৰায় সকলোকেই সংকলন গ্ৰন্থখন উলিওৱাত সহায় কৰিবলৈ খাটনি ধৰাত লাগিল। আশীৰ উৰ্দ্ধৰ এগৰাকী প্ৰবীণ লেখকৰ মনৰ অনুভূতিক সন্মান জনাই তেওঁৰ প্ৰায়বোৰ কিতাপৰে প্ৰকাশিকা আৰু সহধৰ্ম্মিনী শ্ৰীলক্ষ্মী দেৱীয়ে প্ৰকাশ কৰিবলৈ আগ্ৰহ দেখুওৱাত আৰু পৰিয়ালৰ সকলোৱে ইয়াত আন্তৰিক সহযোগ দিয়াত এই ৰচনাৱলীৰ জন্ম। আচলতে ৰচনাৱলীৰ ঠাইত 'গ্ৰন্থাৱলী' কৰাৰ কথাহে লেখকে ভাবিছিল আৰু নামকৰণ কৰিছিল— 'গুৰুদত্ত-গ্ৰন্থাৱলী'। আমি গ্ৰন্থাৱলীৰ লগতে অপ্ৰকাশিত দুখন কিতাপ 'ওগোজা মাটিৰ গোন্ধ' আৰু 'লোক সংস্কৃতিৰ বিবিধ কাহিনী' সন্নিবিষ্ট কৰাৰ মন কৰিলো। লগতে হাতে ঢুকি পোৱা, বিভিন্ন বাতৰি কাকতত প্ৰকাশ পোৱা কেইটামান প্ৰবন্ধও সংযোজিত কৰা হৈছে। গ্ৰন্থাৱলীৰ ঠাইত ৰচনাৱলী নামকৰণ কৰিম নে নাই এই বিষয়টো আলোচনা কৰিছিলো ড' হীৰেন গোঁহাইৰ লগত। তেখেতে "লোকহিতৈষীঃ গুৰুদত্ত ভাগৱতী ৰচনাৱলী" নামকৰণ কৰিলে বেছি উপযুক্ত হব বুলি পৰামৰ্শ দিলে। সামগ্ৰিক বিচাৰত গুৰুদত্ত ভাগৱতী মানুহগৰাকী লোকহিতৈষীহে। প্ৰচাৰ বিমুখ এই গৰাকী প্ৰবীণ মুক্তিযোদ্ধা আৰু লেখকে জীৱনত কেৱল লোকৰ কাৰণেহে কাম কৰিলে। ইচ্ছা কৰা হ'লে আৰু বহুতে কৰাৰ দৰে বহুত কিবাকিবি কৰিবলৈ তেওঁৰ সামৰ্থ, সুবিধা আৰু ব্যৱস্থা আছিল; কিন্তু সেইবোৰত মনোযোগ নিদি কেৱল দহৰ উন্নতিৰ ববে কাৰ্যালয়, কাৰ্যালয়ৰ বাহিৰত, সাহিত্য অনুষ্ঠানত, সাহিত্যৰ মাজত একাগ্ৰচিত্তে পৰোপকাৰ আৰু সৎ চিন্তা, সৎ কৰ্মতেই নিমজ্জিত থাকিল। লোকহিতৈষী নামটোৰ যথাৰ্থতা ইয়াতেই। ৰচনাৱলীৰ নেপথ্যৰ সকলো কথা আমি মঞ্চলৈ আনিব খোজা নাই। কিন্তু এইখিনি কথা মুকলিকৈ কবই লাগিব যে সহধৰ্মিনী শ্ৰীলক্ষ্মী দেৱীৰ আগ্ৰহ, একমাত্ৰ পুত্ৰ দীপক ভাগৱতীৰ তত্বাবধান, ছোৱালী অধ্যাপিকা মঞ্জুশ্ৰী বৰুৱাৰ চেষ্টা আৰু সহযোগ, জোৱায়েক ডাঃ প্ৰণৱ কুমাৰ

বৰুৱাৰ নীৰৱ অথচ সক্ৰিয় সহযোগ, কিতাপখনৰ বাবে লাগি থকা দীপকক আৰু নকৰি পৰিয়ালৰ সকলো কাম মূৰ পাতি লোৱা একমাত্ৰ বোৱাৰী লনী ভাগৱতী এই সকলৰ সহযোগে ভাগৱতীৰ পৰিয়ালটোৰ পূৰ্ণ আৰু আন্তৰিক সহ-যোগিতাকেই প্ৰমাণ কৰিছে। পৌঢ় অৱস্থাত ডাক্তৰে দিয়া টনিক, শাৰীৰিক স্বাস্থ্যৰ বাবে লোৱা সকলো যত্নৰ ওপৰত মানসিক স্বাস্থ্য ভালে ৰখাৰ বাবে সাৰ্মগ্ৰিক পৰিয়ালটোৰ যত্নই ভাগৱতীৰ সুখী আৰু আদৰ্শ পৰিয়ালটোৰে স্বাক্ষৰ বহন কৰিছে।

১৯৯৮ চনত এই সংকলনখন সম্পাদনাৰ কথা আমি ভবা নাছিলো আৰু গ্ৰন্থখন প্ৰকাশ কৰাতহে সহায় কৰিম বুলি প্ৰতিশ্ৰুতি দিছিলো। সাহিত্যৰ লগত জৰিত হৈ থাকিলেও অৱাহন যুগৰ লেখক আৰু বিশেষ অভিজ্ঞ ব্যক্তি এগৰাকীৰ লেখাৰ ওপৰত সম্পাদনা কৰাৰ সাহস নাছিল আৰু এই দিশত আমি নিজকে যোগ্য বুলিও বিবেচনা কৰা নাছিলো। কিন্তু ঘটনাক্ৰমত সঙ্কলন গ্ৰন্থখন ওলোৱাৰ স্বাৰ্থতহে দায়িত্বভাৰ বহন কৰিছিলো। প্ৰকাশিত গ্ৰন্থসমূহত বৰ্ণাশুদ্ধিত বাহিৰে বাকী কতো হাত দিয়া নাই। আৱাহনত প্ৰকাশিত ১৯৪০ ৪২ চনৰ ৰচনাৰাজি এই গ্ৰন্থত সন্নিবিষ্ট কৰাৰ ইচ্ছা আছিল কিন্তু হাতে ঢুকি নাপোৱাত পিছত প্ৰকাশ কৰাৰ আশা ৰাখিছো। আকাশবাণীত প্ৰচাৰিত একাঙ্কিকা নাটিকা, অপ্ৰকাশিত ভালেকেইখন জীৱনী নাটক আদি ভাগৱতীৰ গুৱাহাটী আৰু শিলঙত থকা ব্যক্তিগত পুথিভঁৰালত পোৱা গৈছে এইবোৰ লিখনিৰ সংশোধনৰ প্ৰয়োজন আছে বাবে সদ্যহতে প্ৰকাশ কৰা নহ'ল। সেই কাৰণৰ পৰা ৰচনাৱলী নামকৰণ কৰিলেও ই সম্পূৰ্ণ ৰচনাৱলী নহয় বৰং প্ৰকাশিত গ্ৰন্থাৱলীৰ লগতে কেইটামান লেখাৰ সংযোজন বুলিহে কব পাৰি। যিমান সোনকালে পাৰি অপ্ৰকাশিত ৰচনাবোৰ প্ৰকাশ কৰাৰ আগ্ৰহৰ কথা প্ৰকাশিকাই আমাক জানিবলৈ দিছে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু ভাগৱতীৰ বন্ধু শ্ৰদ্ধাভাজন শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱাই ৰচনাৱলীখনৰ ওপৰত শুভেচ্ছামূলক কথা অলপ লিখি আমাক সাহস দিছে। তেনেদৰে ড ইমৰৈ গোঁহাইযে ভাগৱতীৰ বিষয়ে দুটাকে খৰ মাদি শ্ৰদ্ধা নিবেদন কৰাৰ লগতে আমাৰ ব্যক্তিগতভাৱে সাহস দিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে, গুৱাহাটীত থাকি ভালেকেইগৰাকী বিশিষ্ট লেখক সমালোচকৰ লগত আমাৰ ঘনিষ্ঠতা থাকিলেও গুৱাহাটীলৈ স্থায়ীভাবে অহাৰ পিছতেই তিনিগৰাকী বিশিষ্ট লেখকৰ লগত নিবিড়ভাৱে জৰিত হৈ আছিলো। সেই তিনিগৰাকী হ'ল প্ৰয়াত মুনীন বৰকটকী প্ৰয়াত ড ৰীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু ড ইমৰৈ গোঁহাই। আমাৰ প্ৰতিটো গঠনমূলক কামতেই এই কেইগৰাকী ব্যক্তিৰ পৰা সু-পৰামৰ্শ লাভ কৰিছিলো। আজি সেই ত্ৰি মূৰ্ত্তিৰ দুগৰাকী নাই যদিও শেষৰ গৰাকীক এতিয়াও পথ প্ৰদৰ্শক বুলি বিবেচনা কৰি আহিছো। তেখেতে গ্ৰন্থৰ নামকৰণত দিয়া পৰামৰ্শই আমাক ভাবিবলৈ বাধ্য কৰাইছে— সঁচাকৈয়ে চকুৰ

আগত দেখি থকা ব্যক্তিগৰাকী যে লোকহিতৈষী, সেই কথা আমি উপলব্ধিয়ে কৰা নাছিলো। ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই সদায় অনুজৰ মৰম দি আহিছে। ভাগৱতীকো তেখেতে শ্ৰদ্ধা, ভক্তি কৰাৰ উপৰি বিভিন্ন সময়ত সতীৰ্থৰ দৰেও কাম কৰি আহিছে। ৰচনাৱলীখন ওলাব বুলি জনোৱাত আনন্দিত হৈ 'আনন্দ-বাৰ্ত্তা' দি ইয়াৰ শক্তিবৃদ্ধিত সহায় কৰা বুলি আমি পতিয়ন গৈছো। শ্ৰদ্ধেয় ৰাম গোস্বামী শ্বিলঙত ভাগৱতীৰ সাহিত্য ক্ষেত্ৰত সহকৰ্মীয়ে নাছিল--- প্ৰতিবেশীও আছিল। তেখেতে দু-আষাৰ লিখি ভাগৱতীৰ ব্যক্তিত্বত আৰু সাহিত্য কৃতিৰ ওপৰত আলোকপাত কৰিছে। ভূপেন্দ্ৰ কুমাৰ দাসে পৰিয়ালৰ সদস্যৰ দৰে ভাগৱতীৰ পৰিচয়মূলক লেখা এটিৰে চকুৰ পচাৰতে ভাগৱতীক বুজিবলৈ সুবিধা দিছে। এম, পি, হাজৰিকাই ১৯৯২ চনৰ আঠ নবেম্বৰত চেন্টিনেল কাকতত ভাগৱতীৰ ওপৰত এটি চমু লেখা লিখিছিল। হাতে ঢুকি পোৱাত হুবহু সেই লেখাটোকো ইয়াত সন্নিবিষ্ট কৰা হৈছে। আটাইকেইগৰাকী গুণী-জ্ঞানী লেখকলৈ আমি কৃতজ্ঞতা জ্ঞাপন কৰিছো আৰু লেখাসমূহে ৰচনাৱলীখনৰ সৌষ্ঠব বৃদ্ধি কৰিছে বুলি প্ৰত্যয় মানিছো।

**ব্যক্তিত্বৰ স্বীকৃতিঃ**

স্বীকৃতি পাবলগীয়া বহু ব্যক্তিয়ে উপযুক্ত সময়ত স্বীকৃতি নাপায়। বিশেষকৈ চৰকাৰী স্বীকৃতিত প্ৰায়েই ৰঙা ফিটাৰ পাক থাকে। বহুতে আকৌ স্বীকৃতি নোপোৱাকৈয়ে থাকে। উপযুক্ত মেধা থাকিলেও চৰকাৰী চাকৰি নোপোৱা আৰু কথমপি পৰীক্ষাত পাছ কৰিও চাকৰি পোৱাৰ দৰে স্বীকৃতিৰ বিষয়টোও অদৃশ্য আৰু অশুভ শক্তিৰ হাতৰ পুতলা হোৱাটো জাতিটোৰ বাবেই পৰিতাপৰ বিষয়। পলমকৈ হলেও ভাগৱতীয়ে ১৯৯২ চনত সাহিত্যিক পেঞ্চন আৰু ১৯৩৮ চনৰ পৰা স্বাধীনতা আন্দোলনত জৰিত হলেও ১৯৯৮ চনতহে মুক্তিযোদ্ধাৰ পেঞ্চন লাভ কৰিছে। পেঞ্চনৰ পিছত লাগি থাকিলে হয়তো আৰু কিছু বছৰ আগতেই ইয়াক লাভ কৰিব পৰিলেহেঁতেন। চৰকাৰী স্বীকৃতি পলমকৈ পালেও ৰাইজৰ স্বীকৃতি তেওঁ যথোপযুক্তভাবে পাইছে। শ্বিলঙত মুকুল সংঘ, আসাম ক্লাব, গুৱাহাটীত 'নবাৰুণ শাখা সাহিত্য সভা', 'সুন্দৰমকে' ধৰি সৰু-ডাঙৰ অনুষ্ঠান সমূহে তেওঁৰ কৰ্ম আৰু জাতীয় বৰঙণিৰ স্বীকৃতি দিছে। আচলতে ৰজাঘৰৰ স্বীকৃতিতকৈও জনসাধাৰণৰ স্বীকৃতিয়েহে ব্যক্তিৰ ব্যক্তিত্বৰ প্ৰমাণ কৰে। এগৰাকী লেখকৰ বাবে পঢ়ুৱৈ সমাজৰ স্বীকৃতিতকৈ ডাঙৰ পুৰস্কাৰ একো থাকিব নোৱাৰে। এগৰাকী স্বধীনতা সেনানীক জনসাধাৰণে মনত ৰখাটোয়েই হ'ল ডাঙৰ স্বীকৃতি। এই স্বীকৃতি ভাগৱতীয়ে লাভ কৰিব পাৰিছে।

ৰচনাৱলীখনৰ শেষৰ পিনে ভাগৱতীৰ নাতিনী ৰিমলী (মিত্ৰা ভাগৱতী) আৰু ছোৱালীৰ ফালৰ নাতিনী মিঠু (জয়শ্ৰী বৰুৱা) আৰু ৰিতু (ইন্দ্ৰানী বৰুৱা)ৰ দুটা লেখা

প্ৰকাশ কৰা হৈছে। শিশু মনত ককাকে কেনে ধৰণে প্ৰভাৱ বিস্তাৰ কৰিছে তাৰ নমুনা হিচাপেই এই দুটা লেখাক স্থান দিয়া হৈছে। পুত্ৰ-বোৱাৰী, জী-জোঁৱাই, নাতিনী সকলোৰে পৰা অপৰিসীম শ্ৰদ্ধা আৰু ভালপোৱা আদায় কৰিব পৰাটো সহজ কথা নহয় অথচ ভাগৱতীয়ে তাক সহজ বুলি প্ৰমাণিত কৰিছে।

## প্ৰেৰণাৰ মণিকূট ভাগৱতীঃ

ব্যক্তিগত জীৱনত কেতিয়াবা হতাশাত ক্লান্ত হলেও হতাশাগ্ৰস্থ সকলৰ বাবে ভাগৱতী আছিল প্ৰেৰণাৰ মণিকূট। দহৰ মাজত থাকিলে কোনোবাই কিবা দিশত হতাশ হ'লে লগে লগে বিভিন্ন পৰামৰ্শৰ দ্বাৰা তেওঁ উৎসাহিত কৰিছিল। জীৱনৰ গতি ক্ষণস্থায়ী কৰিবলৈ, গতিক আৰু বেছি গতিশীল কৰিবলৈ উৎসাহ দিয়া ভাগৱতীৰ ওপৰত জ্যেষ্ঠ শিল্পী আদ্য শৰ্মাই হেমন্ত বৰ্মণ সম্পাদিত গ্ৰাময়ীৰ এটা সাক্ষাৎকাৰত (১ ১৫ নৱেম্বৰ '৯২) এনেদৰে কৈছিল— "এম, ভি-ত পঢ়ি থাকোতে গাঁৱৰে গুৰুদেও ভাগৱতীৰ নেতৃত্বত মোৰ জীৱনলৈ আহিছিল শিক্ষা-দীক্ষা, সমাজ-সেৱা, পুথিভঁৰালৰ পৰা জ্ঞান আহৰণ কৰাৰ সুযোগ। সেই সময়তে তেওঁ লাইব্ৰেৰী আৰু কিতাপ পঢ়াৰ আৱশ্যকতাৰ বিষয়ে নানা উপদেশ দিছিল সেই প্ৰভাৱ মোৰ আজিও থাকি গ'ল " তেনেদৰে যোৱা জুলাই মাহত ভাগৱতী অসুস্থ অৱস্থাত ডাঃ দেবীচৰণ চৌধুৰীৰ ওচৰলৈ গৈছিল। তেওঁক পৰীক্ষা-নিৰীক্ষা কৰাৰ পিচত স্বতঃস্ফূৰ্ত্ত ভাবে ডাঃ চৌধুৰীয়ে কৈছিল – "মই আজি যি অৱস্থা পাইছো ইয়াৰ গুৰিতে আছিল ভাগৱতীৰ উৎসাহ আৰু অনুপ্ৰেৰণা।"

ওপৰোক্ত দুটা কেৱল উদাহৰণহে। গোটেই জীৱন আনৰ হিত চিন্তা, অপূৰ্ণাঙ্গ সকলক পূৰ্ণাঙ্গ কৰা, আধৰুৱা কামবোৰ সম্পূৰ্ণ কৰা ইত্যাদিত ভাগৱতীৰ আছিল তীক্ষ্ণ দৃষ্টি আৰু নিৰাময়ৰ চেষ্টা। ছাত্ৰাৱস্থাৰে পৰা ৰাজ্যৰ বাহিৰে ভিতৰে হেজাৰ হেজাৰ গুণী-মানী লোকৰ লগত তেওঁ সম্পৰ্ক ৰক্ষা কৰিছিল আৰু শত্ৰু-মিত্ৰ সকলোৰে গুণাৱলীক সন্মান কৰিছিল। কংগ্ৰেছৰ একনিষ্ঠ সেৱক হৈও গান্ধীবাদী আদৰ্শক গ্ৰহণ নকৰা আন দলৰ মানুহৰ গুণাৱলীৰ প্ৰতিও তেওঁৰ আছিল সমানে ভক্তি আৰু আস্থা। ১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰাৰ পিছত চীনৰ চোৰাংচোৱা বুলি অপবাদ দি কলাগুৰু বিষ্ণু ৰাভাক ককালত ৰচীৰে বান্ধি তেজপুৰৰ বাইজে ৰাজপথত চোঁচৰাই টানি নিছিল। শাৰীৰিকভাৱে নিৰ্মম অত্যাচাৰো কৰিছিল। ১৯৬৭ চনত সেই তেজপুৰৰ ৰাইজেই নিৰ্দলীয় সদস্য হিচাপে বিধান সভালৈ বিষ্ণুৰাভাক নিৰ্বাচিত কৰিছিল। এইখন অসমত আবেগ সৰ্বস্ব সংখ্যাগৰিষ্ঠ জনসাধাৰণে কেতিয়া মূৰত ধৰে কেতিয়া ভৰিত ধৰে একো বুজিব পৰা নাযায়। কিন্তু ভাগৱতীৰ ক্ষেত্ৰত শিল্পী কমল নাৰায়ণ চৌধুৰীৰ লগতে পোৱা বিষ্ণু ৰাভাক যেনেদৰে পাইছিল মৃত্যু মুহূৰ্ত্তলৈকে তেনেদৰেই সন্মান কৰিছিল। অসম বিধান সভাৰ সদস্য হৈ থাকোতে শিলচৰত বিষ্ণুৰাভাক প্ৰায়ে লগ

পাইছিল আৰু জনতাৰ স্বাৰ্থৰ হকে মনোজ্ঞ আলোচনা কৰিছিল। তেনেদৰে বিশিষ্ট ছ্চিয়েলিষ্ট নেতা হেম বৰুৱাক পৰিয়ালৰ সদস্য বুলিয়ে জ্ঞান কৰিছিল আৰু সঘনে চিঠিৰ আদান প্ৰদান কৰিছিল। বস্তুত ডাঙৰ ডাঙৰ কংগ্ৰেছ নেতাৰ থকাৰ দৰে বিৰোধী দলৰ ব্যক্তি বুলি গুণীৰ গুণক অস্বীকাৰ কৰা মানসিক সংকীৰ্ণতা তেওঁৰ নাছিল। সেই সময়ৰ বেছি সংখ্যক দেশ-নেতা, লেখক, শিল্পী, সাহিত্যিকৰ লগতে তেওঁৰ চিঠিৰ আদান প্ৰদান হৈছিল। এই চিঠিবোৰত যে কেৱল ৰাজহুৱা কথাই আছিল তেনে নহয়— প্ৰতিগৰাকীকে পৰিয়ালৰ লোক হিচাপে গণ্য কৰি ভাগৱতীয়ে উদাৰ মনৰ পৰিচয় দিছিল। পুৰণি চিঠিৰ দমৰ পৰা কেইখনমান চিঠি ৰচনাৱলীত নমুনা হিচাপে প্ৰকাশ কৰা হৈছে। বিষ্ণুৰাভাকে ধৰি ভালেমানৰ চিঠিপত্ৰ উৰলি যোৱা বাবে প্ৰকাশ কৰিব পৰা নগ'ল। বিষ্ণুৰাভা সম্পৰ্কে পুৰণি ডায়েৰীত লিখা কথাংশই ৰাভাৰ ওপৰত থকা তেওঁৰ বিশেষ শ্ৰদ্ধা অনুমান কৰিব পাৰি। তেওঁ আনক যেনেদৰে প্ৰেৰণা দিছিল, তেনেদৰে আনৰ পৰাও প্ৰেৰণা লাভ কৰিছিল। নিজে নিষ্ঠা সহকাৰে কাম কৰিছিল বাবে আনৰ কামবোৰটো নিষ্ঠা বিচাৰিছিল। য'ত পোৱা নাছিল তাত তৰ্জন-গৰ্জন নকৰি মনত বৰ বেজাৰ পাইছিল।

**সামৰণিঃ**

মৃত্যু যন্ত্ৰণা আৰু জন্ম যন্ত্ৰণাৰ কোনটো বেছি কষ্টদায়ক নাজানো, কিন্তু যন্ত্ৰণা যে দুয়োটাতে আছে সেইটো সকলোবে স্বীকাৰ কৰে। এই ৰচনাৱলীৰ জন্ম যন্ত্ৰণাৰ ভাগ লৈ অভিমত প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰী চন্দ্ৰনীল শৰ্মাই আমাক কৃতজ্ঞতাৰ পাশত বান্ধিছে। শ্ৰীশৰ্মা নিজে সাহিত্যৰ ছাত্ৰ আৰু এগৰাকী লেখক হোৱা বাবে ৰচনাৱলীখন নিয়াৰিকৈ ওলোৱাত আমাৰ লগত সক্ৰিয় সহায়ৰ হাত আগবঢ়াইছে। ছপাশালৰ কৰ্মীবৃন্দই নিষ্ঠাৰে সেৱা আগবঢ়াই আমাৰ মনত ৰং দিছে। প্ৰকাশিকা লক্ষ্মীদেৱীয়ে সাহসিক পদক্ষেপেৰে উৎসাহ দিছে। পঢ়ুৱৈ সমাজে এই ৰচনাৱলীক মৰমৰ চকুৰে চালে সংশ্লিষ্ট সকলোৰে শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

শান্তিনগৰ (মণিকাঞ্চন)
উপপথ নং - ২
কাহিলীপাৰা
গুৱাহাটী— ৭৮১০১৯

বিনীত
অচ্যুত কুমাৰ শৰ্মা
সম্পাদক
লোকহিতৈষীঃ গুৰুদত্ত ভাগৱতী ৰচনাৱলী

মইনাৰ মৌ-মেলত
অসমৰ চাহপাত মই
আনন্দৰাম বৰুৱা
দেশতকৈ মোমাই ডাঙৰ নহয়
ৰাণী অভয়েশ্বৰী

# উৎসৰ্গ

চেনেহৰ শ্ৰীমান দীপক ভাগৱতীৰ হাতত

দীপু,

শোৱাৰ সময়ত সদায় কোৱা, 'দেউতা, সাধু কওক'। তুমি উপজাৰ আগতে, 'আকাশবাণী'ৰ গুৱাহাটী- শিলং কেন্দ্ৰৰ পৰা 'মইনা মেলত' কেতবোৰ কথা কৈছিলোঁ। তাত গোটাচেৰেক সাধু-কোৱাৰ চানেকে তোমাক দিছোঁহক। লগতে অইন সাধু-কথা আৰু উপাখ্যানও তোমাৰ বাইদেউ, 'বুলবুল'ৰ সৈতে শুনিছাহঁক। তাৰে কেইটামান এই 'মইনাৰ মৌ-মেলত' প্ৰকাশ কৰি আজি তোমাৰ হাতত দিলোঁ। ইতি

জ্ঞানশ্ৰী
মতিনগৰ
শিলং-৩

আশীৰ্বাদক
তোমাৰ
—দেউতা—

# লেখকৰ কথা

ল'ৰা-ছোৱালীৰ উদ্দেশ্যে প্ৰায় এযুগ আগতে আকাশ-বাণী গুৱাহাটী-শ্বিলং কেন্দ্ৰৰ দ্বাৰা আমাৰ যিবোৰ ভাষণ প্ৰচাৰিত হৈছিল, সেইবোৰ পৰিবৰ্দ্ধন কৰি 'শ্বিলং মুকুল সংঘ'ত মাজে সময়ে পাঠ কৰা হৈছিল।

অধ্যাপক শ্ৰীমুকুন্দ শৰ্মাৰ সৈতে আমাৰ ঘৰত সাহিত্য আলোচনা প্ৰসঙ্গত অসমীয়া শিশু-সাহিত্যৰ কথা ওলোৱাত, অনাতাৰ কেন্দ্ৰৰ পৰা আমি দিয়া ভাষণ— 'ৰেডিঅ' টক্' অৰ বিষয়বস্তুবোৰ শ্ৰীশৰ্মাই জানি, আমাৰ ভাষণবোৰেৰে এখনি শিশু সাহিত্য যুগুত কৰিবলৈ অনুৰোধ কৰিছিল।

'জ্ঞানশ্ৰী প্ৰকাশালয়'ৰ সৌজন্যত এই কিতাপ প্ৰকাশ হলত, শ্ৰীশৰ্মাক এই ছেগতে আমি আন্তৰিক ধন্যবাদ জনালোঁহঁক।

মইনাহঁতৰ মেলত নিতৌ নতুন নতুন ভাল ভাল কথা ন ন বিবিধ বিষয় আলোচনা হয়। এয়ে হ'ল মইনাৰ মেলৰ বিশেষত্ব। মইনাৰ মেলত আমাৰ ভাষণবোৰ শুনোৱা হৈছিল কাৰণেই, এই শিশু-সাহিত্যৰ নাম ৰখা হ'ল 'মইনাৰ মৌ-মেলত'। এতেকে এই শিশু-সাহিত্যত ল'ৰা-ছোৱালীয়ে ভালপোৱা চুটি প্ৰবন্ধ-গল্প-কাহিনী সাধুকথা আৰু সাথৰ সন্নিবিষ্ট কৰি ইয়াক প্ৰকাশ কৰা হ'ল। যদি এই শিশুসাহিত্য পটি মইনাহঁত উপকৃত হয় তেন্তে আমাৰ পৰিবৰ্দ্ধিত ভাষণবোৰ মইনাহঁতক শুনাবলৈ এই 'মইনাৰ মৌ-মেলত' আকৌ বহিবলৈ আমাৰ ইচ্ছা থাকিল।

লেখক

শ্ৰীগুণকান্ত ভগৱতী

# দ্বিতীয় তাঙ্গৰণ

'মইনাৰ মৌ-মেলত' প্ৰকাশ হোৱাৰ কেইমাহমান পিচতে অসম ৰাজ্যিক গ্ৰন্থগাৰ আৰু অসম ৰাজ্যৰ প্ৰাথমিক শিক্ষাৰ পুথি-ভঁৰালবোৰত ইয়াৰ যোগান দিব লগা হোৱাত এই শিশুসাহিত্যৰ প্ৰথম সংস্কৰণৰ সমুদায় কিতাপ শেষ হ'ল।

শেষত উত্তৰ-পূব সীমান্ত অঞ্চলৰ স্কুলৰ লাইব্ৰেৰীতো সকলৰ মইনাহঁতৰ বাবে এই শিশুসাহিত্যখনৰ আৱশ্যক হোৱাত 'মইনাৰ মৌ-মেলত' কিতাপখনৰ দ্বিতীয় তাঙ্গৰণ প্ৰকাশ কৰা হ'ল।

কলিকতাৰ নবজীৱন প্ৰেছৰ প্ৰোপ্ৰাইটৰ, শ্ৰীকালীচৰণ পাল মহাশয়ে ইয়াৰ দ্বিতীয় সংস্কৰণ অতি সোনকালে ছপাই দিয়াত এই গৰাকী মুদ্ৰকৰ ওচৰত লেখক সঁচাকৈ কৃতজ্ঞ

অসমৰ পৰ্বতে-ভৈয়ামে, নগৰে-চহৰে গাওঁে-ভূঞে, দিহিঙে দিপাঙে এই শিশু-সাহিত্যৰ যোগে, যদি লেখকে মইনাহঁতৰ মৌ মেলত বহি মাজে সময় এবাৰ কথা কবৰ সুযোগ পায়, তেন্তে লেখকে নিজকে ধন্য মানিব


জ্ঞানশ্ৰী
এপ্ৰিল, ১৯৬৬

-লেখক
শ্ৰীগুৰুদত্ত ভাগৱতী

# বৰফৰ পৰ্বত



অকণিহঁত! তোমালোকে পাথৰ বা শিল নিশ্চয় দেখিছা। এই শিল বা পাথৰ য'ত দ'ম হৈ গছ-গছনি হাবি-জঙ্গলৰ সৈতে ওখ ঠাই জুৰি আছে, তাকেই পৰ্বত বোলে। বৰফৰ পৰ্বত বুলিলে গোটেই পৰ্বত খনেই বৰফময়। বৰফ নিশ্চয় দেখিছা— চুইও পাইছা। বৰষুণৰ দিনত ওপৰৰ পৰা কেতিয়াবা কেতিয়াবা সৰু শিল পৰা নিশ্চয় দেখিছা। সেই বৰষুণত পোণ প্ৰথমে ওপৰৰ পৰা এই বগা বগা শিলবোৰ কপাহ গুটিৰ দৰে পৰে। সিহঁত তেনেই সৰু সৰু। তোমালোকে সেই বগা বগা শিলবোৰ বৰষুণত তিতি তিতি হয়তো বুটলিছাও। তাৰ সোৱাদো লৈছা হবলা। কেনে ঠাণ্ডা সেই বগা বগা শিলগুটিবোৰ! সেইবোৰেই বৰফ। এই বৰফবোৰ বাৰু কেনেকৈ হয়?

পানী সাধাৰণতে চেঁচা। এই চেঁচা পানী যেতিয়া অতিপাত চেঁচাত গোটমাৰে, তেতিয়াই সি বৰফ হৈ পৰে। সেই কাৰণে বৰফ ৰ'দত গলে। বেচি তাপ পালেই বৰফ গলি আকৌ পানী হৈ পৰে।

তোমালোকে বোধ হয় এটি কথা নাজানা যে, আমি যিমানেই আকাশৰ পিনে ওপৰলৈ উঠি যাওঁ সিমানেই ক্ৰমশ ঠাণ্ডা অনুভব কৰোঁহক। সেই কাৰণে ভৈয়ামৰ

পৰা যেতিয়া পাহাৰলৈ উঠা যায়, তেতিয়া ঠাণ্ডা অনুভৱ কৰা যায়। গুৱাহাটীৰ পৰা শ্বিলঙলৈ অহা-যোৱা কৰোতে এই কথাটো ভালকৈ অনুভৱ কৰা যায়। কাৰণ গুৱাহাটীৰ পৰা শ্বিলং পাহাৰলৈ উঠোতে, মাজ বাটতে নংপু মোটৰ ষ্টেশন পোৱা যায়। গতিকে ক্ৰমশঃ ওখ ঠাইলৈ যাওঁতে, চেঁচা বতাহ অনুভৱ কৰা যায় যে, সেইটো ভালকৈ বুজিব পাৰি।

পৃথিৱীত এনে কিছুমান আচৰিত ঠাই আছে যে তাত খেতি-বাতি নহয়। সেই ঠাইবোৰ অতিপাত ঠাণ্ডা। বৰফৰ কাৰণে তাত খেতি নহয়। সেই ঠাইবোৰ এনেকুৱা চেঁচা যে, তাত পানী গোটমাৰি সদায় বৰফ হৈয়েই থাকে। তাত বৰফৰ একোটা টুকুৰাই প্ৰকাণ্ড একোটা শিলৰ দৰে পাহাৰ সমান হৈ কোনো এক অঞ্চল জুৰি আছে। সেয়ে বৰফৰ পৰ্বত। সাধাৰণতঃ বিশ হাজাৰ ফুট অৰ্থাৎ প্ৰায় ৬১৫৪ মিটাৰ ওখ ঠাইত সদায় বৰফ জমি থাকে।

ভাৰতবৰ্ষ আমাৰ দেশ। ভাৰতবৰ্ষৰ উত্তৰে যিখন পৰ্বত সেইখনেই হ'ল হিমালয পৰ্বত। পৃথিৱীৰ ভিতৰত হিমালয় পৰ্বত আটাইতকৈ ডাঙৰ। এই হিমালয় পৰ্বতৰ ষোল হাজাৰ ফুট অৰ্থাৎ প্ৰায় ৪৯২৩ মিটাৰৰ ওখ ঠাইৰ উপৰিভাগ উত্তৰে গোটেই পৰ্বত খনেই বৰফেৰে ঢকা। ভাল বতৰত বহল মুকলি পথাৰত থিয় হৈ কেতিয়াবা উত্তৰ দিশে চাইছানে? ভাল বতৰত, ৰাতিপুৱা ভৈয়ামৰ মুকলি পথাৰত থিয় হৈ উত্তৰৰ পিনে চালে, হিমালয় পৰ্বতৰ বৰফেৰে ঢকা বগা উপৰিভাগ দেখিবলৈ পোৱা যায়। এয়ে সেই বৰফময় হিমালয় পৰ্বত। ই পূবপিনে অসমৰ পৰা পশ্চিমে কাশ্মীৰ ৰাজ্যলৈ দুই হেজাৰ মাইল অৰ্থাৎ প্ৰায় ৩২০০ কিলোমিটাৰ জুৰি আছে। বহলেও ই কম নহয়। চাৰি কুৰি মাইলৰ পৰা দুশ মাইললৈ অৰ্থাৎ ১২৯ কিলোমিটাৰৰ পৰা ৩২০ কিলোমিটাৰ বিয়পি আছে। ইয়াত কিছুমান বৰফেৰে ঢকা টিং আছে। সিহঁত পৃথিৱীৰ ভিতৰতেই ওখ টিং। চবিশ হাজাৰ ফুট অৰ্থাৎ ৭৩৮৫ মিটাৰ ওখ টিং প্ৰায় দুকুৰিমান আছে। বৰফে ঢাকি থোৱা তাতকৈ ওখ টিং বা শৃঙ্গ কেবাটাও আছে। তাৰ ভিতৰত কেইটামানৰ নাম হ'ল যেনে- নঙ্গপৰ্বত, নন্দাদেবী, ধবলগিৰি, কাঞ্চনজংঘা আৰু গৌৰীশঙ্কৰ। গৌৰীশঙ্কৰ শৃঙ্গটো পৃথিৱীৰ ভিতৰত আটাইতকৈ ওখ। উনত্ৰিশ হাজাৰ দুই ফুট ওখ— অৰ্থাৎ ৮৯২৩ মিটাৰ।

উত্তৰ কানাডা আৰু আলস্কা পাহাৰকো বৰফৰ পৰ্বত বুলিব পাৰি। প্ৰশান্ত মহাসাগৰৰ উত্তৰে থকা আমেৰিকা আৰু উত্তৰ ইউৰেচিয়াৰ তুন্দ্ৰা নামৰ ঠাই বছৰৰ দুমাহত বাহিৰে গোটেই বছৰ বৰফেৰে ঢকা থাকে। তাত মানুহৰ বসতি নাই বুলিলেই হয়। দীঘলে এক মাইল আৰু পুতলে এক মাইল বিয়পি থকা ঠাইক এক

বৰ্গমাইল বোলে।* এনেকুৱা এক বৰ্গমাইলত কাচিৎহে এজন মানুহৰ বসতি বুলিব পাৰি। তাত বাসকৰা মানুহৰ খাদ্য হ'ল— তুন্দ্ৰাত থকা জন্তুৰ মঙহ। সেই জন্তুৰ ছালেই হ'ল তেওঁলোকৰ পিন্ধা-উৰা কাপোৰ। সেই ঠাইৰ কুকুৰেই তেওঁলোকৰ প্ৰধান ঘৰচীয়া জন্তু। এই বৰফৰ দেশত বল্গা হৰিণ নামে এবিধ ঘৰচীয়া জন্তু আছে।

জাৰকালি সেই বৰফৰ দেশত ঠাণ্ডাৰ কাৰণে কাম-কাজ বন্ধ। আনকি সেই চেঁচা বৰফৰ ওপৰেদি খোজকাঢ়ি অহা-যোৱা কৰিবলৈও টান। এবিধ গাড়ীৰে সেই বৰফৰ দেশত তাৰ মানুহে যাতায়াত কৰে। এই গাড়ীক শ্লেজ্‌গাড়ী বোলে। এইবিধ গাড়ীৰ চকা নাই। সেই চকা নোহোৱা শ্লেজগাড়ী সেই দেশৰ ঘৰচীয়া জন্তু. কুকুৰ আৰু বল্গা হৰিণে টানি লৈ ফুৰে।

মইনাহঁত— তোমালোকে বোধহয় জানা যে পৃথিৱীৰ আকৃতি কণীটোৰ দৰে। পৃথিৱীৰ উত্তৰ মেৰুক সুমেৰু বোলে। পৃথিৱীৰ দক্ষিণ মেৰুক কুমেৰু বোলে। সুমেৰু অঞ্চলত কেতবোৰ ওখ বৰফৰ পৰ্বত আছে। সেইবোৰৰ নাম হ'ল— উত্তৰালস্কা,



এয়া এগৰাকী এস্কিমোৰ ছবি

* আজিকালি মাইলৰ ঠাইত কিলোমিটাৰ বুলি দীঘ বা দূৰত্ব নিৰ্ণয় কৰা হৈছে। একমাইলক এতিয়া ১.৬১ কিলোমিটাৰ বুলি প্ৰকাশ কৰা হয়।

উত্তৰ গ্ৰীন্‌ল্যাণ্ড, এন্টাৰ্‌ কৃটিক্‌ আৰু কামস্কটকা ইত্যাদি। ইয়াৰ ওচৰত থকা ঠাইবোৰ ইমান চেঁচা যে গোটেই বছৰ ধৰি সেইবোৰ ঠাই ডাঠ বৰফেৰে ঢকা। একোখন বহল পাহাৰ যেন হৈ বৰফেৰে গোট মাৰি আছে। সেই গোটমাৰি থকা ডাঠ বৰফবোৰ এহেজাৰ ফুটৰ পৰা তিনিহাজাৰ ফুট বিয়পি থাকে। * এনেকৈ বিয়পি থকা ডাঠ বৰফৰ ঠাইবোৰ সচাঁকৈয়ে একোখন বৰফৰ পৰ্বত। গ্ৰীণল্যাণ্ডত বৰফে ঢকা পাহাৰতো মানুহে বাস কৰে। তেওঁলোকৰ ঘৰবোৰ বৰফৰ। সুমেৰুৰ ওচৰৰ আৰু উত্তৰ গ্ৰীণল্যাণ্ডত বাস কৰা মানুহক এস্কিমো বোলে। তেওঁলোকৰ ঘৰক 'ইগ্‌লু' বোলে। বৰফৰ পাহাৰৰ টিংবোৰ যে সদায় বৰফেৰে ঢকা থাকে। বৰফেৰে ঢাকি থোৱা সেই টিংবোৰ কাচিৎহে ওলাই পৰে, কেতিয়াবাহে দেখা যায়। কেতিয়াবা আৰু এইবোৰৰ পৰা বৰফৰ পাহাৰ খহি পৰে। বৰফৰ সেই পাহাৰ সদৃশ প্ৰকাণ্ড টুকুৰাবোৰ গ্ৰীষ্ম কালত গলি যেতিয়া খহি পৰিব ধৰে, তেতিয়া সিহঁত ওপৰৰ পৰা বাগৰি পানীত ওপণ্ডি ওপণ্ডি আহে। এনেকৈয়ে হয় বৰফৰ নৈৰ সৃষ্টি। বৰফৰ নৈক তুষাৰ নৈও বোলে। বৰফৰ পৰ্বতৰ পৰা বৰফৰ নৈ বয়। সচাঁকৈয়ে এই বৰফ পৃথিৱীৰ ভিতৰও আচৰিত বস্তু।*

---

* অৰ্থাৎ আজিকালিৰ মাপ অনুসৰি প্ৰায় তিনিশ মিটাৰৰ পৰা নশ মিটাৰ বিয়পি থকা বুলি কব পাৰি।

* অল ইণ্ডিয়া ৰেডিঅ'ৰ ছিলং কেন্দ্ৰৰ পৰা এই বিষয়বস্তু প্ৰচাৰিত।

# বাদামগুটি

সোণহঁত! বাদামগুটি তোমালোকৰ অতি প্ৰিয়বস্তু। নহয় জানো? ফুৰিবলৈ যাওঁতে ৰাস্তাত দেখিলে এই বস্তুটি তোমালোকে কিনি লোৱা। স্কুললৈ গলেও প্ৰায়েই সেই বস্তুটি তোমালোকৰ জেপত থাকে। লগ-সমনীয়াৰ হাতত যদি কেনেবাকৈ সেই বস্তুটি দেখা, তেন্তে ভাগবাটোৱাৰা কৰি খাবৰ সয়মত, তোমালোকৰ মাজত লাগে খোৱা কামোৰাখন। এই বস্তুটো শান্তৰতে প্ৰধান সম্পদ। তোমালোকৰ ভোগৰ সামগ্ৰী, —বাদামগুটি।

মইনাহঁত। আমাৰ দেশতে পৃথিবীৰ ভিতৰত আটাইতকৈ বেছি বাদাম উৎপন্ন হয়। বাদামৰ খেতি কৰাৰ পৰা এক বিশেষ উপকাৰ হয়। সেইটো হ'ল— যি ডৰা



মাটিত বাদামৰ খেতি কৰা হয়, সেই ডৰা মাটি আগতকৈ বেছি সাৰুৱা হৈ পৰে। বাদাম গছৰ গুৰি আৰু শিপাবোৰ জাবৰ হৈ পচি পচি এবিধ প্ৰাকৃতিক সাৰত পৰিণত হয়। এতেকে বাদামৰ খেতি উঠাৰ পাচত আকৌ সেইডৰা মাটিতে আইন শস্যৰ খেতি কৰিলে, সেই শস্যৰ ফচল আগতকৈ বহু বাঢ়ে। মাদ্ৰাজ বোম্বে, হাইদৰাবাদ আৰু উত্তৰ প্ৰদেশত বাদামৰ উৎপন্ন বেছি।

যোৱা মহাসমৰ আৰম্ভ হোৱাৰ আগতে ভাৰতৰ পৰা বাদামগুটি বিদেশলৈ ৰপ্তানি হৈছিল। আমাৰ দেশত উৎপন্ন হোৱা বস্তু বিদেশৰ বজাৰত বিক্ৰীৰ বাবে

পঠোৱাকে ৰপ্তানি কৰা বোলে।-ইয়াৰ মূল্য ভাৰতৰ ৰপ্তানি বজাৰত বাঢ়িছিল। কিন্তু পাচত দেখা গল যে বাদামৰ বিক্রীৰ বাবে বিদেশলৈ আৰু বাদাম ৰপ্তানি কৰিব নালাগে। বিদেশত ইয়াৰ বিক্রীৰ বাবে চিন্তা কৰিব নলগা হ'ল। ভাৰততে ইয়াৰ যথেষ্ট বিক্রী বাঢ়িল। ভাৰতত উৎপন্ন হোৱা বাদামৰ পাঁচ ভাগৰ তিনি ভাগ বাদাম ভাৰততে বিক্রী হোৱাত পৰিল। আগতে বিদেশলৈ বাদাম পঠাই, ৰপ্তানি বজাৰত বাদাম বিক্রী কৰিছিল যদিও পাচত নিজদেশতে ইয়াৰ বিক্রীৰ বজাৰ বিৰাট ডাঙৰ হৈ উঠিল।



বাদামগুটি এবিধ পুষ্টিকৰ খাদ্য। ইয়াক খালে শৰীৰত খাদ্যপ্ৰাণ শক্তি বাঢ়ে। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ গঢ়ি উঠাত এই খাদ্যই সহায় কৰে। বাদামত ভিটামিন 'বি' অৰ্থাৎ খাদ্যপ্ৰাণ 'খ' পোৱা যায়। ভিটামিন 'খ'ই ল'ৰা-ছোৱালী 'পলোণ্ডা' হোৱাত আৰু সিহঁতৰ শৰীৰ গঠনত সহায় কৰে। শৰীৰত ভাগৰ লাগি অবসাদ আহিলে ভিটামিন 'বি' থকা খাদ্য খালে অবসাদ দূৰ হয়। আজি কালি আমাৰ দেশত বাদামগুটি য'তে ত'তে বিক্রী হয়। তোমালোকৰ নিচিনা ল'ৰা-ছোৱালীহঁতেও প্ৰচুৰ পৰিমাণে বাদাম খায়। বাদামগুটিৰ পৰা নানা ৰকমৰ খোৱা বস্তু তৈয়াৰ কৰিব পৰা যায়। যেনে—

(১) বাদামগুটিৰ তেলৰ পৰা বনস্পতি বোলা এবিধ ঘিউ জাতীয় বস্তু তৈয়াৰ কৰা হয়।

(২) বাদামগুটি খুন্দি পিঠাগুৰিৰ সৈতে মিহলাই ঘিলা-পিঠা কৰিলে, খাবলৈ বৰ বঢ়ীয়া হয়। চিনা বাদাম খুন্দি চাউলৰ লগত বটি মালপোৱা কৰি খাবলৈ আৰু মজা।

(৩) গমধানৰ আটা আৰু বাদামগুটিৰ গুৰি মিহলাই চাপাটি অৰ্থাৎ ৰুটীও তৈয়াৰ কৰিব পাৰি। চাৰিভাগ গম ধানৰ আটা আৰু এভাগ বা মগুটিৰ 'চাটু' মিহলাই চাপাটি বনালে খাবলৈ সোৱাদ হৈ পৰে।

(৪) বাদামগুটিৰ পৰা পিঠা (কেক্) আৰু গুৰেৰে 'টফি'ও তৈয়াৰ কৰিব পৰা যায়।

(৫) বাদামগুটিৰ পৰা যি বাদামীতেল তৈয়াৰ হয়, তাক ৰন্ধাবঢ়াত সৰিয়হৰ তেলৰ দৰে ব্যৱহাৰ কৰিব পাৰি।

(৬) ওপৰত উনুকিয়া হিচাপত ময়দাৰ সৈতে বাদামৰ চাতু মিহলাই বিস্কুটো তৈয়াৰ কৰিব পাৰি। বাদামৰ পৰা তৈযাৰ হোৱা ভিন্ ভিন্ বস্তুৰ চৰ্বিবোৰ দেখিছাইক মইনাইত!

মাংস সাৰ থকা খাদ্যক ইংৰাজীত প্ৰটিন যুক্ত খাদ্য বোলে। এই প্ৰটিন বাদামত আছে। শৰীৰৰ পুষ্টি সাধনৰ বাবে আমাৰ শৰীৰত কেতবোৰ ৰাসায়নিক পদাৰ্থ লাগে। তেনেকুৱা ৰাসায়নিক পদাৰ্থ আৰু প্ৰটিন বাদাম গুটিতে আছে।

বাদামগুটিত সৰহকৈ তেলৰ ভাগ আছে। তেলৰ ভাগ বেচিকৈ থকা হেতু বহুতে বাদাম খাই হজম কৰিব নোৱাৰে। বাদামগুটিৰপৰা যদি তেলখিনি কিবাকৈ নোহোৱা কৰি, খোৱাৰ ব্যৱস্থা কৰা যায, তেনে ই প্ৰধান পুষ্টিকৰ খাদ্যত পৰিণত হয়।

তোমালোকৰ প্ৰিয় বস্তু বাদামগুটি যে এনেকুৱা পুষ্টিকৰ খাদ্য আৰু তাৰ পৰা যে 'কেক' বিস্কুট টফি, ঘিলাপিঠা, চাপাটি মালপোৱা তৈযাৰ কৰিব পাৰি তাক হয়তো আগতে জনা নাছিলো। পাচত তোমালোকে এই কথা সদায় কোৱা—

কেঁচা বাদামতকৈ ভঁজা বাদাম খাবলৈ জুতি;

মুখত লৈয়েই মুৰুক্ মুৰুক্ ভাঙো বাদাম গুটি।

কেঁচা বাদামতকৈ ভজা বাদাম খাবলৈ সোৱাদ লাগে যে সেইটো তোমালোকক কবই নালাগে। পাচত কেঁচা বাদামহে বেচি পুষ্টিকৰ। কোনো কোনোৰ মতে আৰু কেঁচা বাদামত থকা বগা বসটো পেটলৈ সিমান ভাল নহয় হেনো। সেই কাৰণেই হবলা তোমালোকে কেঁচা বাদাম খাই ভাল নোপোৱা। বাদাম ভাজিলে বগা-বসটো নাইকিয়া হয়। কেঁচা বাদামতকৈ ভজা বাদাম খাবলৈও নিশ্চয় সোৱাদ।

এই বাদামগুটিয়ে খাদ্য-সঙ্কটৰ সময়ত মানুহৰ এসময়ত বিশেষ ব্যৱহাৰত আহিছিল। সেইটো বছৰ আছিল ইং ১৯৪৩ খৃষ্টাব্দ। তেতিয়া বঙ্গদেশত ভীষণ

দুৰ্ভিক্ষ হৈছিল। শ-শ হাজাৰ-হাজাৰ, লাখ-লাখ মানুহে খাবলৈ নাপাই ৰাস্তাত বাগৰি বাগৰি তিল তিলকৈ মাখি মৰা দিছিল। তেতিয়াও আমি স্বাধীন হোৱা নাছিলোঁ। পৰাধীন ভাৰতত এই খাদ্য-সঙ্কটে দেখা দিছিল। দক্ষিণ ভাৰততো সেই সময়ত খাদ্য-সঙ্কট হৈছিল। গতিকে মাদ্ৰাজ আদি ঠাইত চাউল আৰু আটাৰ অভাৱত, এই বাদামগুটিয়ে খাদ্য-সঙ্কটত মানুহৰ কি উপকাৰত আহিছিল তাক এতিয়া নিশ্চয় বুজিব পাৰিছাইঁক।*

* অল ইণ্ডিয়া ৰেডিঅ'ৰ দ্বাৰা এই বিষয় বস্তু প্ৰচাৰিত।

# বেডুইন

অৰুণ-অৰুনিহঁত !

আমাৰ দেশৰ পশ্চিমে এখন দেশ আছে। সেই দেশখনৰ নাম আৰব দেশ। আৰবৰ সভ্যতা অতি পুৰণি।

এই দেশখন তিনিওফালে পানীৰে আগুৰা। যি ঠাই তিনিওফালে পানীৰে আগুৰা তাক উপদ্বীপ বোলে। গতিকে আৰব দেশখনেই এটি বৃহৎ উপদ্বীপ। আৰবৰ পুব পশ্চিম আৰু দক্ষিণ, এই তিনিওপিনে সাগৰে ঘেৰা। আৰব উপদ্বীপ পৃথিবীৰ ভিতৰত আটাইতকৈ ডাঙৰ। কিন্তু সেই দেশৰ জনসংখ্যা তেনেই তাকৰ। মাথো যাঠি-সত্তৰ লাখ মান মানুহে, গোটেই আৰব দেশত বসতি কৰে।

তোমালোকে মৰুভূমিৰ নাম বোধহয় শুনিছা। মৰুভূমিৰ দেশ দেখা নাই যদিও তাৰ বিৱৰণ নিশ্চয় শুনিছাহক। তাত হাবি-বন নৈ-বিল একোৱেই নাই। আনকি গছ-গছনি বুলিবলৈও নাই। পিয়াহৰ পানী এটুপি বিচাৰিলেও য'তে ত'তে পোৱা নাযায়। দিনত সদায় কেৱল গৰম বতাহ বৈয়েই থাকে। শুকান বালিৰেই সাগৰ— মাটিত খোজ দিব নোৱাৰি। তলত তপত বালি। নীল সাগৰ যেনেকৈ সীমাহীন, তেনেকৈ বালিময় মৰুভূমিৰো সীমা নাই। সীমাহীন মৰুভূমিত বালি দিক দিগন্ত ব্যাপি থকা দেখা যায়। সেই কাৰণে মৰুভূমিক বালিৰ সাগৰ বুলি কয়। সেই ঠাইত অহা-যোৱা কৰিবলৈ হলে উট নামে এবিধ জন্তুৰ পিঠিত উঠিহে যাতায়ত কৰিব লাগে। এনেকুৱা ঠায়েই মৰুভূমি। আৰব এই মৰুভূমিৰ দেশ। মৰুভূমিৰ মাজতো কোনো, কোনো ঠাইত গছ-গছনি আৰু পানী কেতিয়াবা দেখা যায়। য'তে ত'তে নহয়। মৰুভূমিৰ মাজত শ, শ, মাইল দূৰে দূৰে, কাচিৎ হে কোনোবা ঠাইত সেই গছ-গছনি আৰু পানী পোৱা যায়। মৰুভূমিৰ এনেকুৱা ঠাইক মৰুদ্যান বোলে। তাত ইংৰাজীত 'ওৱেছিচ্' বোলা হয়।

আৰব মৰুভূমিৰ দেশ। এই মৰুভূমিৰ দেশই বেডুইনসকলৰ বসতিৰ ঠাই। এওঁলোক আৰবৰ মানুহ। এওঁলোকৰ ভাষা আৰবী। আৰব দেশৰ প্ৰায় সকলো ঠাইতেই আৰবী ভাষা চলে। এই দেশৰ জলবায়ু শুকান। দেশখন যে অতিপাত গৰম

তাক আগতে কৈছোহঁক। এই দেশৰ জিড্ডা, হোডাইডা, আৰু মস্কাট এই তিনিখন ঠাই পৃথিৱীৰ ভিতৰত আটাইতকৈ গৰম। মৰুভূমিৰ মাটিত ৰদৰ তপত বালিত খোজ দিবলৈ সাধ্য নাই। তাত দিনত সদায় গৰম বতাহ বয়। বেডুইনৰ এই মৰুভূমিৰ দেশত দিনতহে গৰম, ৰাতি হলে গৰম নহয়। জহকালি, ৰাতি হলে গৰমৰ দিনতো অতিপাত চেঁচা। প্ৰকৃতিৰ ৰাজ্যত— বেডুইনসকলৰ দেশৰ ইও এক বিশেষত্ব। নহয় জানো?

মইনাহঁত! তোমালোকে জানা যে পানী নহলে খেতি কৰিব নোৱাৰি। আৰব দেশত বৰষুণ নহয় যেতিয়া, এই দেশৰ চাৰিভাগৰ তিনিভাগ ঠাইতেই খেতি নহয়। চাৰিভাগৰ এভাগ ঠাইতহে মানুহে পানী পায়। সেই ভাগ মাটিৰ বাহিৰে অইন ঠাইত মানুহে বসতি কৰিব নোৱাৰে। পানীৰ অভাৱত যি ঠাইত মানুহে বসতি কৰিবলৈ সুবিধা নাপায়, তাত আৰু খেতি কৰাৰ প্ৰশ্ন নুঠে। সেই কাৰণে তাৰ অধিবাসী সকলৰ সৰহ ভাগেই খেতি নকৰে। খেতি কৰি ঘৰ-বাৰীলৈ বসতি কৰা মানুহৰ সংখ্যা কম।

আৰবৰ অধিবাসী, বেডুইন সকলৰ আচলতে ঘৰবাৰী নাই। এওঁলোক অঘৰী। যি সকল অঘৰী তেওঁলোককে 'বেডুইন' বোলে। এতেকে আৰবৰ অধিবাসীক দুই শ্ৰেণীত ভাগ কৰিব পাৰি। এক শ্ৰেণী হ'ল স্থায়ী ঘৰবাৰী থকা বাসিন্দা। আন শ্ৰেণীৰ বাসিন্দা হ'ল ঘৰবাৰী নোহোৱাসকল। অৰ্থাৎ অঘৰী— বেডুইনসকল। স্থায়ী ঘৰবাৰী থকা বাসিন্দা সকলে আজীৱন ব্যৱসায়ী জীৱন কটায়। সেই কাৰণে এচিয়া মহাদেশৰ ভিতৰত, আৰব বেপাৰ-বাণিজ্যৰ ঘাই কেন্দ্ৰ।

বেডুইন সকলে ঘৰবাৰী কৰি বসতি নকৰে। তেওঁলোকৰ ঘৰবাৰী নাই কাৰণেই অঘৰী। একে ঠাইতে বাস কৰিও নাথাকে। এঠাইৰ পৰা আন ঠাইলৈ উঠি যায়। আৰবৰ অধিবাসী সকলৰ এক শ্ৰেণী লোক এনেকৈ অঘৰী হোৱাৰ ফলতেই আৰবত ঘৰবাৰী কৰি থকা স্থায়ী বাসিন্দাৰ সংখ্যাও তেনেই কমি গৈছে। বেডুইনসকলে জানে যে, তেওঁলোকে কোনো এঠাইত থিতাপী হৈ সমাজ পাতি বাস কৰিব পাৰে। কিন্তু সমাজ পাতি থাকিবলৈ ভাল নাপায়। অঘৰী হৈ স্বাধীন জীৱন কটাবহে বিচাৰে।

আৰব দেশত খেতি কৰি তেজক পানী হাড়ক মাটি, কৰাৰ কষ্ট বেডুইন সকলে ভাবিব নোৱাৰে। তেনে কষ্ট কৰিবলৈ বেডুইন সকল মোঠেই, ৰাজী নহয়। মাটি চহাই খেতি কৰি জীৱন ধাৰণ কৰাতকৈ তেওঁলোকে লঘোণে— ভোকে থাকিবলৈ ভাল পায়। সেয়েহে উট পুহি তাৰেই যি অলপ গাখীৰ খাবলৈ পায়, তাতেই সন্তুষ্ট থাকে। এওঁলোকে অঘৰী হৈ মুকলি মূৰীয়াকৈ অনাই-বনাই ফুৰে। এনেকৈ জীৱন কটোৱাটো বেডুইন সকলে স্বাধীন জীৱন যাপন বুলি ভাবে। জন্মৰ

পৰা এওঁলোকৰ এনে মনোভাৱ। সেইকাৰণে অইন ধৰণে চলিব নোৱাৰে। তাৰ ফলত, বেডুইনসকলৰ পক্ষে, অইন উপায়ে জীৱন যাপন কৰাত বিশেষ বাধা জন্মিছে।



বেডুইন সকলৰ ঘৰচীয়া জন্তু হৈছে উট আৰু ছাগলী। অইন জন্তু পুহিবলৈ যথেষ্ট খৰচ লাগে। অইন জন্তু পোহাৰ তুলনাত উট পুহিবলৈ তেনেই কম খৰচ লাগে। আৰবৰ মৰুভূমিত, তলত বালিৰ ওপৰেৰে যাতায়াত কৰিবলৈ হলেও উট নহলে চবিল নোৱাৰি। এঠাইৰ পৰা আন ঠাইলৈ উঠি যোৱাটো বেডুইন সকলৰ জন্মগত স্বভাব। কোনো ঠাইতে তেওঁলোকে একেৰাহে থাকিবলৈ ভাল নাপায়। বেডুইন সকলৰ ই প্ৰকৃতিগত স্বভাৱ হৈ পৰিছে। উটৰ পিঠিত নিজৰ বস্তু-বাহানি বোজাই দি উটেৰে ঘূৰি ফুৰে। এতেকে ঘৰচীয়া জন্তুৰ ভিতৰত উটেই হ'ল তেওঁলোকৰ প্ৰধান সম্বল। অনাই বনাই ঘূৰি ফুৰি যি স্বাধীন বুলি ভাবে তেওঁৰ ঘৰ-বাৰী পতাৰ প্ৰশ্ন নুঠে। বেডুইন সকলৰ ঘৰ দুৱাৰ নহলেও, মৰুভূমিৰ ৰণত জুইযেন ভপত তাপৰ পৰা হাত সাৰিবলৈ কিবা এটা আশ্ৰয় লাগে। সেই আশ্ৰয় হৈছে তম্বু। এই তম্বুখন তেওঁলোকৰ ঘৰচীয়া জন্তু উট বা ছাগলিৰ ছালেৰে তৈয়াৰী। তম্বুটোৰ ওজনো বেছি গধুৰ নহয়। তম্বুটো পাতল হলে যেনি তেনি লৈ ফুৰিব পাৰে। কম সময়ৰ ভিতৰতে, ইচ্ছা কৰিলে তম্বুখন য'তে ত'তে তৰিব পাৰি। আৱশ্যক হলে

তম্বুটো তৎক্ষণাৎ ভাঙি সামৰি লব পাৰি। আৰু অইন বস্তু বাহিনিৰে সৈতে টালি-টোপোলা কৰি লগতেই নিব পাৰি। ই এটি তম্বুৰ বিশেষ সুবিধা। সেইকাৰণে বেডুইন সকলে সদায় তম্বুলৈ ঘূৰি ফুৰে। ৰ'দ বৰষুণ আৰু বতাহত আমি যেনেকৈ ঘৰৰ তলত থাকোঁ বেডুইন সকলেও তেনেকৈ তম্বুৰ তলত আশ্ৰয় লৈ থাকে।

বেডুইন সকল দেখিবলৈ চিকন আৰু ওখ। এওঁলোকে খায় কম। সদায় অল্পাহাৰী। শোৱে আৰু তেনেই কম সময়। তেওঁলোকৰ শৰীৰত যথেষ্ট বল। সকলো সময়তে অস্ত্ৰে-সস্ত্ৰে সাজু থাকে। মাজে সময়ে শত্ৰুৰ সৈতে তেওঁলোকৰ যুদ্ধ বাগৰ হয়। বেডুইন সকলে মৰণক ভয় নকৰে। বৰং হাঁহি মুখে মৰণ বৰণ কৰে। তেওঁলোকৰ মন অতি সবল অথচ খং সিংহৰ নিচিনা। জন্মৰ পৰাই তেওঁলোক স্বাধীন। কাৰো ওচৰত মূৰ নোদোৱায়। কেতিয়াবা কাৰোবাৰ ওচৰত মূৰ দোওৱাৰ আগতে তৰোৱালৰ আগত প্ৰাণ দিবলৈ কুণ্ঠিত নহয়। সামান্য ভিক্ষাৰী এজনেও প্ৰাণ ভিক্ষা নাচায়। বেডুইন সকলে মূৰ দোওৱায়, একমাত্ৰ ভগৱান, আল্লাৰ ওচৰত। মৰুভূমিৰ দেশ, আৰবৰ আদি অধিবাসী বেডুইন জাতিৰ চৰিত্ৰৰ এয়ে বিশেষত্ব।*

* অল-ইণ্ডিয়া ৰেডিঅ'ৰ দ্বাৰা এই বিষয় বস্তু প্ৰচাৰিত।

# ভাৰতৰ শিল্পকলা

## (ভাস্কৰ্য)

সোণহঁত,

আমাৰ দেশ ভাৰতবৰ্ষ। অতীতৰ পৰা নানা জাতিৰ মানুহে এই দেশত বসতি কৰি আহিছে। আদিম অৱস্থাত মানুহে গছৰ বাকলি পিন্ধিছিল। শিলৰ অস্ত্ৰ তৈয়াৰ কৰি পশু বধ কৰি জন্তুৰ মঙহ খাই জীৱন ধাৰণ কৰিছিল। প্ৰথমে পৰ্বতৰ গুহাত বাস কৰিছিল। পাচত লাহে লাহে মানুহ উন্নত হৈ আহিল। সভ্যতাৰ পোহৰ পালে। উন্নত ধৰণে পাথৰৰ ঘৰ-দুৱাৰ সাজি লবলৈ শিকিলে। বুৰঞ্জীত ইয়াক প্ৰস্তৰ-যুগ বোলে।

এই যুগৰ শিল্পীসকলে পাথৰ কাটি অস্ত্ৰ-শস্ত্ৰ সাজ-পাচন আৰু মূৰ্ত্তি তৈয়াৰ কৰিছিল। সেইবোৰ কাৰুকাৰ্য্যৰ মাজেৰে তাহানি যুগৰ শিল্পীসকলে নিজৰ মনোভাৱ ফুটাই তুলিছিল। এই শিল্পকেই ভাৰতৰ ভাস্কৰ্য্য বুলিছিল। ভাস্কৰ্য্যৰ পৰাই ভাৰতৰ পুৰণি সভ্যতাৰ পৰিচয় পোৱা যায় এই পাথৰৰ শিল্প-কলা অতি পুৰণি। যীশুখৃষ্টৰ জন্মৰ শ শ বছৰ আগতেই ভাৰতত এইবিধ শিল্পৰ উন্নতি হৈছিল। আগৰ দিনত, ৰাজ-মহাৰজা সকলে ভাস্কৰ্য্যৰ সহায়েৰে ৰাজসভাৰ সৌন্দৰ্য্য বঢ়াইছিল। শিলৰ মূৰ্ত্তি কটা শিল্পীসকলক ৰাজসভালৈ মাতি আনি হাতৰ কাম চাই যথাযোগ্য পুৰস্কাৰ দিছিল। তেওঁলোকৰ হতুৱাই নানা ৰকমৰ মূৰ্ত্তিকটাই ৰাজ দৰবাৰ সজাইছিল। ৰাজহাউলিৰ শিলৰ দেৱালত নানা প্ৰকাৰৰ মূৰ্ত্তি কটাই পুৰণি স্মৃতি চিৰকলীয়াকৈ ৰাখিছিল। তীৰ্থস্থান, ঈশ্বৰ উপাসনা কৰা মন্দিৰবোৰত শিলৰ মূৰ্ত্তি ধুনীয়া ধুনীয়াকৈ কাটি উলিয়াই তাক ভালকৈ ৰখা হৈছিল। সেয়ে, অসমৰ তীৰ্থস্থানবোৰত মঠ-মন্দিৰত আমি শিলৰ মূৰ্ত্তি দেখোঁহক।

সৌৱা কামৰূপৰ কামাখ্যা দেৱীৰ মন্দিৰৰ ছবি। কামাখ্যা পাহাৰত স্বৰ্গীয় ভুবনেশ্বৰীৰ মন্দিৰলৈ উঠি যাওঁতে শিলৰ খট্-খটীৰে উঠি যাব লাগে। পাচত, আজি কালি কামাখ্যা পাহাৰলৈ মোটৰেৰে যাব পৰা ৰাস্তা হৈছে। শিলৰ খট্-খটী শিলৰেই কাৰুকাৰ্য্য। শ্ৰীভুবনেশ্বৰীৰ মন্দিৰত থকা দেৱ-দেৱীৰ মূৰ্ত্তিবোৰো শিলৰে তৈয়াৰী।



ধৰ্মৰাজ অশোক বুদ্ধদেৱৰ পৰম ভক্ত আছিল। অশোকৰ দিনত বহু শিলৰ স্তম্ভ কাটি উলিওৱা হৈছিল। বৌদ্ধধৰ্মৰ মতবোৰ সেই স্তম্ভবোৰত কাটি কাটি লিখা হৈছিল। বুদ্ধদেৱৰ জন্ম-স্থান লুম্বিনীত ৰজা অশোকে শিলৰ স্তম্ভ তৈয়াৰ কৰাইছিল। ইয়াক লুম্বিনী স্তম্ভ বোলে। ই ১৭০ ফুট ওখ অৰ্থাৎ ৫২ মিটাৰতকৈও বেছি ওখ।

মইনাহঁত, আমাৰ ভাৰত ইউনিয়নৰ পতাকাখন তোমালোকে নিশ্চয় দেখিছা। সেই তিনিবৰণীয়া জাতীয় পতাকাখন দেখিবলৈ কিমান ধুনীয়া। পতাকাখনৰ মাজতে শুকুলা বৰণত থকা চক্ৰ এটি নিশ্চয় দেখিছাহঁক। সেই চক্ৰৰ ছবিটি মহাৰাজ অশোকৰ দিনত শিলত কাটি থোৱা ধৰ্ম চক্ৰৰ ছবি। অশোক স্তম্ভৰ শিলৰ মূৰ্ত্তিৰ ছবিও তোমালোকে দেখিছা নিশ্চয়। এইবোৰেই ভাৰতৰ শিল্প কলা ভাস্কৰ্য্যৰ নিদৰ্শন স্বৰূপ।

খৃষ্টপূৰ্ব দুই শতিকাতে বৌদ্ধধৰ্মৰ প্ৰভাবৰ সময়ত এইবিধ শিল্পৰ উন্নতি হৈছিল। খৃষ্টাব্দ প্ৰথম শতিকাত, মহাৰাজ কনিষ্কৰ দিনতো এই শিল্পৰ উন্নতি হৈছিল। সেই কালৰে পেছোৱাৰত এটি বিতোপন শিলৰ স্তম্ভ আজিও আছে। মথুৰাত ৰজা কণিষ্কৰ এটি সুন্দৰ শিলৰ প্ৰতিমূৰ্ত্তি পোৱা গৈছে। বিহাৰ ৰাজ্যৰ ৰাম পৰ্বতত এটি শিলৰ প্ৰকাণ্ড বলধৰ প্ৰতিমূৰ্ত্তি আছে। ই দেখিবলৈ অতি সুন্দৰ। এতেকে এইটো জনা যায় যে, খৃষ্টাব্দ প্ৰথম শতিকাৰ পৰা তিনিশ শতিকাৰ ভিতৰত এইবিধ শিল্পৰ উন্নতি হৈছিল।

ধৰ্ম বিষয়ক নানা মূৰ্ত্তিৰ বাহিৰেও, ধুনীয়া ধুনীয়া নাৰী-মূৰ্ত্তি নানা তৰহৰ চৰাই, গছ-লতা, ফল-ফুল আদিৰ ছবিবোৰো শিলত কাটি ৰখা হৈছিল। ওপৰোক্ত শিলৰ

কাৰু কাৰ্য্যই তাহানিৰ যুগৰ সভ্যতা আৰু সামাজিক চিত্ৰ দাপোনৰ দৰে, আমাৰ চকুৰ আগতে ডাঙি ধৰে। অসমৰ পুৰণি মঠ-মন্দিৰবোৰত যিবোৰ শিলৰ মূৰ্ত্তি দেখা যায়, সেইবোৰেই অতীজ অসমৰ সুকুমাৰ শিল্প-কলা-কৃষ্টি সভ্যতাৰ জ্বলন্ত পটন্তৰ।

ভাৰতৰ এই শিল্প কলাৰ বিশেষ উন্নতি হয় গুপ্ত-যুগত। এই সময়ৰ সাৰনাথ, মথুৰা, অজন্তা আদি ঠাইত থকা শিলৰ প্ৰতিমূৰ্ত্তিবোৰেই তাৰ পৰিচয়। এই যুগকেই ভাৰতীয শিল্পকলাৰ "সোণৰ যুগ" বা 'সুবৰ্ণযুগ' বুলি কৈছিল। এয়া দাক্ষিণাত্যত



থকা এটি মন্দিৰৰ শিলামূৰ্ত্তিৰ ছবি। ভাৰতৰ শিল্পকলাত ভাৰতৰ ভাস্কৰ্য্যৰ স্থান কেনে উচ্চ আছিল— তাক এই ছবিৰ পৰাই বুজা যায়।

খৃষ্টাব্দ আঠ শতিকাৰ পৰা বাৰ শতিকাৰ ভিতৰত ভাস্কৰ্য্য শিল্পৰ মাজেৰে পুৰণি হিন্দু সভ্যতা ফুটি উঠিছিল। ইলোৰা আৰু এলিফেন্টা গুহাৰ শিলৰ কাৰু-

কাৰ্য্যই তাৰ প্ৰমাণ। উৰিষ্যাৰ স্বৰ্গীয় ভুবনেশ্বৰ মন্দিৰত কাটি থোৱা শিলৰ মুৰ্ত্তিবোৰ আৰু ধুনীয়া! দৰাচলতে ভাৰতৰ পুৰণি হিন্দু সভ্যতা যে অতি উচ্চ আছিল তাৰ এইবোৰেই প্ৰমাণ।

অসমৰ আহোম যুগত শিলৰ কামৰ শিল্পৰ উন্নতি হৈছিল। স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত ধুনীয়াকৈ যুগ-যুগমীয়াকৈ ৰাজ কাৰেং সজোৱা হৈছিল। এয়া সেই ৰংপুৰৰ কাৰেং ঘৰৰ ছবি আজিও বৰ্ত্তমান। গড়গাৱঁত সজোৱা কাৰেংটো সাতমহলীয়া। ইয়াৰ কাৰু কাৰ্য্যও আচৰিত ধৰণৰ। মাটিৰ তলত তিনিমহলা আৰু মাটিৰ ওপৰত তিনিমহলা। সেইদৰে ৰংপুৰৰ তলাতল ঘৰৰ গাৰ্থনি পকী ইটাৰ হলেও, তলৰ ভেটিটো শিলৰে বন্ধোৱা। গতিকে এই কাৰেং বা ৰাজমহলাত কৰা শিলৰ কাৰু-কাৰ্য্যবোৰ অতি যুগমীয়া। এই নিৰ্মাণ কাৰ্য্যৰ পৰা অসমীয়া শিল্পকুটীৰৰ কৃতিত্ব বেচ বুজা যায়।



উজনি অসমত নামডাং আৰু ডিমৌ নৈত যি শিলৰ সাকোঁ আছে তাৰ গাৰ্থনি আৰু কাৰু-কাৰ্য্যও এক বিশেষ ধৰণৰ। নামডাং নৈৰ শিলৰ সাকোঁ আটাইতকৈ ডাঙৰ। দীঘলে ই প্ৰায় দুশ ফুট অৰ্থাৎ প্ৰায় ৬১.৫ মিটাৰ। ইয়াৰ গাৰ্থনি অতি কৌশল পূৰ্ণ। আহোম ৰজা সকলৰ দিনতে বন্ধোৱা দৰিকাৰ শিলা-সাঁকো আৰ দিজৈৰ শিলা-সাঁকো আজিও কটকটীয়া হৈ আছে। গড়গাৱঁৰ আলিত হাঁহচৰাতো এখন শিলা সাঁকো আছিল। সেই সাঁকোৰ ভগ্নাৱশেষ আজিও বৰ্ত্তমান। সেই ভগ্নাৱশেষৰ শিলৰ ওপৰত ফুল আৰু লতাকটা আছে। সেই সাঁকোৰ চাৰিও পিনে

চাৰিটা নাৰী মূৰ্ত্তিও আছিল। ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে, আহোম যুগত কেৱল চটীয়া শিল গাথিয়ে শিলৰ কাম কৰা নহৈছিল। শিল-কাটি তাৰ ওপৰত নানা ফুল-লতা আৰু নাৰী মূৰ্ত্তিৰ কাৰু কাৰ্য্যও কৰা হৈছিল।

শিৱসাগৰৰ শিৱদ'লৰ যি শিলৰ কাৰু-কাৰ্য্য সি সচাঁকৈ আহোম ৰজাসকলৰ কীৰ্ত্তি-স্তম্ভ স্বৰূপ। ইয়াৰ ভিতৰত থকা দেৱ-দেৱীৰ মূৰ্ত্তিবোৰে কয় যে অসমত এসময়ত এই শিল্পৰ বিশেষ উন্নতি হৈছিল।

গুপ্তসকলৰ পাচত, মুচলমান ৰজাসকলৰ দিনতো এই শিল্পৰ উন্নতি হয়। কুটুবুউদ্দিনৰ নামত নিৰ্মাণ কৰা 'কুটুৰ মিনাৰ' আজিও তাৰ চিন স্বৰূপে আছে। মোগল সম্ৰাট আকবৰৰ দিনত ধৰ্ম সম্বন্ধীয় কথাবোৰ শিলত কাটি থোৱা হৈছিল। মোগল সম্ৰাট সকলৰ সময়ত, ভাৰতৰ ভাস্কৰ্য্যই বিশেষ উন্নতি লাভ কৰিছিল। মোগল সম্ৰাট চাজাহানে "জুম্মা মচজিদ" সজাইছিল। এইজনা সম্ৰাটেই সম্ৰাজ্ঞী মমতাজৰ স্মৃতি যাউতি যুগীয়াকৈ ৰাখিবৰ মনেৰে, আগ্ৰাত বহুমূলীয়া মাৰ্বল পাথৰেৰে তাজমহল নিৰ্মাণ কৰাইছিল। ইয়াৰ কাৰুকাৰ্য্যও জগত বিখ্যাত। তাজমহলৰ সুনিপুণ কাৰু কাৰ্য্য ইমান ধুনীয়া যে, পৃথিৱীৰ ভিতৰত ই এটি আশ্চৰ্য্য কাৰুকাৰ্য্য বুলি পৰিগণিত হৈছে। গতিকে ভাৰতৰ শিল্প কলাৰ ভিতৰত ভাস্কৰ্য্যৰ স্থান অতি উচ্চ।*

* অল ইণ্ডিয়া ৰেডিঅ'ৰ দ্বাৰা এই বিষয় বস্তু প্ৰচাৰিত।

# কাগজক ‘পেপাৰ’ বোলে কিয়?

মইনাহঁত! কাগজৰ ইংৰাজী নাম (Paper) ‘পেপাৰ’। কাগজক বাৰু কিয় পেপাৰ বোলে জানানে?

মিচৰ দেশ আফ্রিকা মহাদেশত। বৰ্ত্তমান এই দেশক ইজীপ্ত বোলে। মিচৰ দেশৰ নীল নদীৰ পাৰত (Papyrus) ‘পেপাইৰাস্’ নামে এক প্ৰকাৰ গছ আছে। এই পেপাইৰাস্ গছ জলজ উদ্ভিদ। অৰ্থাৎ ই পানী পোৱা ঠাইত গজা গছ। সেই ‘পেপাইৰাস্’ গছবো আমাৰ দেশৰ সাঁচিগছৰ দৰে তৰপ আছে। আমাৰ দেশৰ সাঁচিগছৰ কথা, এই ‘পেপাইৰাস্’ গছৰ বিষয় চমুকৈ কোৱাৰ পাচতেই কম দেই। এই জলজ উদ্ভিদ পেপাইৰাস্‌ৰ লতাৰ লেখিয়া ঘাই শিপা আছে। তাৰপৰা ডাল ওলাই আহে। ই আঠ-দহ ফুট মান ওখ হয়। অৰ্থাৎ ৩ মিটাৰ ওখ হয়। সেই ডালৰ ওপৰত সৰু সৰু শলাৰদৰে ফুলৰ ঠাৰি ওলাই আহে। ফুলৰ মঞ্জৰি থোপা থোপে ওপৰত লাগে আৰু ফুলে। সাঁচিগছৰ দৰে পেপাইৰাস্ গছৰ ডালৰপৰা চটাচটে তৰপ উলিয়াই আনিব পাৰি। সেই তৰপবোৰ কাগজৰ তাওৰ দৰে অতি পাতল। ‘পেপাইৰাস্’ৰ ডালৰপৰা তৰপবোৰ চটাচটে এৰুৱাই আনি শুকালে তাত পোনে পোনে আখৰ লিখিব নোৱাৰি। সেই গছৰ তৰপবোৰ খুব পাতল। ইমান পাতল যে সেই তৰপবোৰ আনি ইটো তৰপৰ ওপৰত সিটো তৰপ এবাৰ দীঘে দীঘে দি, তাত পিচ তৰপটো তাৰ ওপৰত আকৌ পথালিয়ে দি পানীত তিয়াই, ৰাখি তাতে আকৌ হেঁচা দি থয়। দীঘে-পথালিয়ে ইটো তৰপৰ সিটো তৰপ নিদিলে তাক কাগজৰ দৰে ব্যৱহাৰ কৰিব নোৱাৰি। এনেকৈ পেপাইৰাস্ গছৰ তেনেই পাতল তৰপ তিনি-চাৰিটাকৈ দি চেপি হেঁচা দি পাচত তাত শুকাইহে কাগজ তৈয়াৰ কৰা হৈছিল। আমাৰ ৰাজ্যৰ অসমৰ চাহপাতৰ বাকচৰ কেবা-তৰপীয়া তক্তা তৈয়াৰ কৰাৰ দৰে মিচৰ দেশৰ মানুহে তাহানি পুৰণি কালত কাগজ তৈয়াৰ কৰিছিল। তেনেকৈ পেপাইৰাস্ গছৰপৰা কাগজ তৈয়াৰ কৰিয়েই পুৰণি কালত আবিচিনীয়া, চিচিলি, চিৰীয়া আদি দেশত পুথি লিখিছিল। সেইবোৰ পুথি আজিও সেই দেশত দেখা যায়। অতীজত ইজীপ্তৰ অধিবাসী, গ্ৰীক আৰু ৰোমানসকলে পুৰণি পুথিবোৰ পেপাইৰাস্‌ৰ পৰা তৈয়াৰী বস্তুত লিখিছিল। পেপাইৰাস্‌ৰ পৰা পেপাৰ অৰ্থাৎ কাগজ

তৈয়াৰ কৰিছিল কাৰণে কাগজক আজি পেপাৰ বোলে। এই গছৰ নাম অনুসৰি পাচলৈ কাগজৰ নাম হ'ল 'পেপাৰ' (Paper)। তুলা আৰু আঁহ থকা পদাৰ্থ বা সৰু সূতাযুক্ত বস্তুৰপৰাও কাগজ তৈয়াৰ কৰিব পৰা হ'ল। কিছুদিন আগতে অসমত কাগজক তুলাপাত বুলিছিল। তাৰ আগতে আছিল সাঁচিপাত।

সাঁচিপাত এবিধ সাঁচি নামৰ গছৰ বাকলিৰপৰা তৈয়াৰ কৰা হৈছিল। সাঁচিৰ ছাল তৰপে তৰপে থাকে। সেইবোৰ চটাচট এৰুৱাই আনে। তাৰ পাচত মাকি লোৱা হয়। তেতিয়াহে সেই মাকি লোৱা বাকলিত আখৰ লিখিব পৰা গৈছিল। আগৰ দিনত এইদৰে অসমত সাঁচিপাতত পুথি লিখা হৈছিল। সাঁচি গছৰ পুথি লিখিবৰ আজি কত শ শ বছৰ হৈ গ'ল। শ শ বছৰ আগেয়ে লিখি থৈ যোৱা সাঁচিপতীয়া পুথি আমাৰ দেশত এতিয়াও বহুত পোৱা যায়। আগৰ দিনত ধৰ্ম প্ৰচুৰবোৰ এই সাঁচিপাততে লিখিছিল। সেই পুথিবোৰ থাপনাত অতি শ্ৰদ্ধা আৰু যত্নকৈ ৰাখিছিল। সাঁচিপাতৰ পুথি এখনৰ ছবি ইয়াৰ তলত দিয়া হ'ল। তাৰ পাচত তুলাপাত ওলাবৰ পৰাহে আমাৰ মানুহে কষ্ট কৰি সাঁচিপাত তৈয়াৰ নকৰা হ'ল।



আজি-কালি কাগজ কলত তৈয়াৰ হয়। বাঁহগছ, বৰঙা সৰল গছ, তৰাগছ প্ৰভৃতিৰপৰা মণ্ড তৈয়াৰ কৰা হয়। সেই মণ্ডৰ পৰা কাগজ তৈয়াৰ কৰিব পৰা কাগজৰ গুৰি পেপাৰ পাল্প তৈয়াৰ হয়। তাৰপৰা কাগজ তৈয়াৰ কৰা হয়।

আমাৰ ৰাজ্য অসম হাবি-বনে ভৰা। সেই হাবি আৰু বনবোৰত কাগজ তৈয়াৰ কৰিবলৈ কেঁচা দ্ৰব্য পোৱা যায়। কলকাৰখানাত কিবা এটা বস্তু তৈয়াৰ কৰিবলৈ, মূলতে যি বস্তুটো লাগে সেইবোৰ বস্তুক কেঁচা দ্ৰব্য বোলে। এই কেঁচা দ্ৰব্যৰ এটি সাধাৰণ উদাহৰণ দিওঁহক। যেনে— চাহ খাবলৈ হলে চাহৰ লগত চেনি লাগে।

চেনি তৈয়াৰ হয় চেনিৰ কাৰখানাত। সেই চেনি কাৰখানাত তৈযাৰ কৰিবলৈ হ'লে তাৰ বাবে মূল বস্তু লাগে কুঁহিয়াৰ। এই কুঁহিযাৰেই হ'ল চেনিৰ কাৰখানাৰ কেঁচা দ্ৰব্য। চেনি-কলত কেঁচা বস্তুৰ যোগান দিবলৈ হলে গাৱঁৰ খেতিযকৰ কুঁহিযাৰ তলীৰপৰা, গৰু গাড়ীৰে হওক বা ট্ৰাক্ বা ল'ৰিতেই হওক, কুঁহিযাৰ গছবোৰ, কাটি



কাটি চাইজ্ কৰি অৰ্থাৎ এইবোৰ গছক কাটি ট্ৰাকত বোজাই দি চেনি-কললৈ নিযে। কাগজ তৈয়াৰ কৰিবলৈ হ'লেও বাঁহ, [illegible], খুৰঙা, ঘাঁহ ইত্যাদিবোৰৰ আৱশ্যক। এই লেখিযা বস্তুবোৰেই হ'ল কাগজৰ কাৰখানাত লগা কেঁচা দ্ৰব্য। কাগজ তৈযাৰ কৰিবলৈ যিবোৰ কেঁচা দ্ৰব্যৰ আৱশ্যক সেইবোৰ সামগ্ৰী অসমত পোৱা যায। তিতাবৰ, শ্ৰীৰামপুৰ আদি ঠাইত কাগজৰ কল আছে।

অসমৰ বনত হোৱা উক্ত কেঁচা বস্তুবোৰৰ সদব্যৱহাৰ কৰাৰ উদ্দেশ্যে অসমত কাগজৰ কল বহুৱাবলৈ চেষ্টা চলি আহিছে। এই কাগজৰ কল মিকিৰ পাহাৰৰ লাম্চাখাঙত বহুৱাটো ঠিক হৈছে। লামচাখাং হ'ল লামডিং আৰু লঙ্কাৰ মাজত।

মইনাহঁত! মটৰ ট্ৰাকৰ ছবিখন দেখিছা নহয়। ড্ৰাইভাৰে ট্ৰাকত কি নিছে জানানে? কাগজৰ কাৰখানাত দিবলৈ হাবি-বনে গজা কেঁচা বস্তুবোৰ গোটাই সুন্দৰকৈ বান্ধি ট্ৰাকত বাণ্ডুলবোৰ বোজাইদি পাহাৰৰ ওপৰত থকা কাগজৰ কলঘৰলৈ কটিয়াই নিয়া দেখা গৈছে।

সোণহঁত! আজি-কালি সকলো কামতে কাগজৰ ব্যৱহাৰ দেখা যায়। ইয়াৰ ব্যাপক ব্যৱহাৰৰ কথা তোমালোকে সদায় দেখি আহিছা। তোমালোকৰ পঢা

কিতাপবোৰ কাগজৰ। কাগজৰ বস্তা বহী নহলে স্কুলৰ শ্ৰেণীত কামেই নচলে। তোমালোকৰপৰা দূৰত থাকি ককাইদেউৰা বা বাইদেউৰাই যদি পঢ়ে, তেন্তে তেওঁলোকে খা-খবৰ পঠায় চিঠি লিখি। সেই চিঠিও কাগজৰ। সংবাদ-পত্ৰবোৰতো কাগজৰেই। বাতৰি কাগজবোৰ তোমালোকে দেখিয়েই আছা।



তোমালোকৰ প্ৰিয় বস্তু চিলা। লগৰীয়া সমনীয়াইতে চিলা উৰুৱায়। সেই চিলাও কাগজৰ। তোমালোকৰে সমনীয়া এজনে কাগজৰ চিলা বং মনে উৰুৱাইছে যে সেই ছবিটো নিশ্চয় [illegible]।

কাগজেৰে নাও সাজি [illegible] খেমালি নকৰা জানো? ছবিত দেখিছাই নহয়— তোমালোকৰ [illegible] ভাইটিয়ে কিমান মনোযোগেৰে কাগজৰ নাওখন পানীত উটুৱাই আছে।

কাগজৰ এৰোপ্লেন সাজি বতাহত উৰুৱাই দিয়া নিশ্চয়। আজি যেনিবা সৰু হৈ থাকোতে কাগজেৰে উৰাজাহাজ তৈয়াৰ কৰিছা। ডাঙৰ হ'লে তোমালোকৰ কোনো কোনোৱে সঁচাকৈয়ে উৰাজাহাজ তৈয়াৰ কৰা ডাঙৰ ইঞ্জিনীয়াৰ্ হ'বা দেই। মইনাইত! কাগজৰ কেৱল উৰাজাহাজ সাজি আকাশত উৰুৱাই তোমালোকে ক্ষান্ত থকা নাই।



ছোভিয়েট দেশৰ ৰুচীয়াই আবিষ্কাৰ কৰা ৰকেটৰ নমুনাৰে কাগজেৰে ৰ'কেট্ বনাই 'যা ৰ'কেট চন্দ্ৰলোকলৈ যা" বুলি আকাশৰ পিনে উৰুৱাই সদায় ৰং ধেমালি কৰি



আহিছা। এয়া সেই ৰ'কেটৰ ছবি। আজি যেনিকা কাগজৰে ৰ'কেট উৰুৱাই আনন্দ পাইছা। তোমালোকে ডাঙৰ হ'লে ভৱিষ্যতত ডাঙৰ বিজ্ঞানী আৰু ইঞ্জিনীয়াৰ্ হৈ মহাকাশ ভ্ৰমণ কৰিবা।



কাগজৰ ব্যৱহাৰৰ কথা কৈ অন্ত নাই। ঘৰত যদি কাৰোবাৰ নৰিয়া হয়, ঔষধ আনিবলৈ গ'লে ডাক্তৰ চাহাবে কাগজতহে ঔষধৰ ব্যৱস্থাপত্ৰ (প্ৰেস্ক্ৰিপ্‌চন) লেখি

দিযে। ডাক্তৰ চাহাবৰ ছবিখন চোৱাচোন। কিমান চাফ্-চিকুণ ডাক্তৰজন। কেনে সুন্দৰ তেওঁৰ কমটো। কেনে পৰিপাটি তেওঁৰ টেবুলখন ছবিত ডাক্তৰক দেখাৰ উপৰিও আচলতে নৰিয়া চিকিৎসা কৰা ডাক্তৰক দেখিছাইক। বেমাৰত পৰিলে ডাক্তৰে মানুহৰ কিমান উপকাৰ কৰে। এইবোৰ পঢ়ি শুনি আৰু ডাক্তৰক দেখি তোমালোকৰ কোনোৱে নিশ্চয় ভাবিছা যে ডাক্তৰ হলে মনোযোগে লিখা পঢ়া শিকি ডাক্তৰিত খ্যাতি অৰ্জ্জন কৰিবা আৰু নৰিয়া চিকিৎসা কৰি মানুহৰ সেৱা কৰিবা কিয়নো 'মানুহৰ সেৱাই মানৱ ধৰ্ম।' নহয় জানো?



আজি-কালি আৰু বজাৰত বস্তুও বেচা হ'ল কাগজৰ ঠোঙাত। বিয়া-সবাহে, ভাওনা-থিয়েটাৰে কত ৰঙীন্ কাগজ ব্যৱহাৰ হয়। কাগজৰ তৈয়াৰী ফানুচ আৰু কাগজ কটা ফুলেৰে ঘৰ-দুৱাৰো সজায়।

জাপানত ঘনাই ঘনাই ভুইকঁপ হয় কাৰণে তাত মানুহে ডাঠ কাগজৰ ঘৰ সাজি থাকে। চীন, জাপান, ব্ৰহ্মদেশত আনকি বিলাতজো কাগজৰ বাটি-থাল-গিলাচ তৈয়াৰ কৰে। তাত খাই-পি বাচনবোৰ পেলাই দিয়ে অৰ্থাৎ আমাৰ যেনিবা কলপাতখনহে। আমি যেনেকৈ কলপাতত খোৱা-লোৱা কৰোঁ আৰু নানা প্ৰকাৰে ব্যৱহাৰ কৰোঁ সেইবোৰ দেশতো কাগজ তেনেকৈ নানা কামত ব্যৱহাৰ কৰে। কাগজৰ ইমানেই ব্যাপক ব্যৱহাৰ।

# অনাতাঁৰ

অৰুণ—অৰুণিহঁত! তোমালোকে দুজন মানুহে কথা পাতা নিশ্চয় দেখিছা। তেওঁলোকে কি কৰে? কথা পাতোতে এজনে মুখেৰে কয়, আন জনে শুনে। কথা কোৱাজনে মুখেৰে কথা কয় আৰু কথা শুনাজনে সেই কথা কাণেৰে গ্ৰহণ কৰে। বাস্তৱতে, এই দুজনৰ মাজত এজনৰ মুখ আৰু আনজনৰ কাণৰ লগত কোনো তাঁৰ নাই। পৰস্পৰে ওচৰত কথা কোৱা-কুই কৰিলেই শুনা যায়। অলপ দূৰৈৰ পৰাও কথা-বতৰা শুনা যায়, যদি উভয়ে চিঞৰি চিঞৰি কয়। ওচৰত থাকি দুজনে কথা-বতৰা হলেও, এক হিচাপে ইয়াৰ অনাতাঁৰৰ কথা-বতৰা বুলিব পাৰি যদিও যন্ত্ৰপাতি একোই নাই। কিন্তু বৰ বেছি দূৰৈৰ পৰা কথা-বতৰা হব লাগিলেই, যন্ত্ৰৰ আৱশ্যক হৈ পৰে। বিনাযন্ত্ৰে নিলগৰ কথা বতৰা শুনিব নোৱাৰি। ইয়াৰ কাৰণ আমাৰ কথাৰ বা শব্দৰ গতিৰ এটি সীমা আছে।

বিজ্ঞানী সকলে নতুন যন্ত্ৰ আবিষ্কাৰ কৰি শব্দৰ শক্তি বঢ়াই দিলে। এই যন্ত্ৰ দুই প্ৰকাৰ। এক প্ৰকাৰ হল 'প্ৰেৰক যন্ত্ৰ' আৰু আন প্ৰকাৰ হ'ল 'গ্ৰাহক যন্ত্ৰ'। প্ৰেৰক যন্ত্ৰত কথা কলে কথাবোৰ বা শব্দবোৰ অইন ঠাইলৈ যায়গৈ। অৰ্থাৎ প্ৰেৰক যন্ত্ৰই কথা বা শব্দ পঠিয়াই দিয়ে। 'গ্ৰাহক যন্ত্ৰই' সুদূৰত কোৱা কথা বা শব্দবোৰ মাজবাটতে ধৰি লয়, অৰ্থাৎ গ্ৰহণ কৰে। প্ৰেৰক যন্ত্ৰত যেতিয়া কথা কোৱা যায় সেই কথা বা শব্দবোৰ শূন্যতে ভাহি ফুৰে। বায়ুমণ্ডল বা শূন্য ইথাৰে ভৰা। মইনাহঁত, শূন্যত থকা 'ইথাৰৰ' কথা ডাঙৰ হলে খৰচি মাৰি শিকিবা। 'ইথাৰ' ক'ত থাকে এতিয়া তাকে মাথো জানি থোৱা।

শূণ্যত তেনেকৈ ভাহি ফুৰা কথাবোৰ বহু দূৰত থকা 'গ্ৰাহক যন্ত্ৰ'ই গ্ৰহণ কৰে। ইথাৰৰ লগত ভাহি ফুৰা কথাবোৰ আমাৰ ওচৰত বা ঘৰত থকা গ্ৰাহক যন্ত্ৰই গ্ৰহণ কৰা মাত্ৰেই আমাৰ কাণত বাজি উঠে। সেই কাৰণে দূৰ-দূৰণিত থকা প্ৰেৰক যন্ত্ৰেৰে পঠোৱা সুদূৰ দেশ-বিদেশত কোৱা কথা-বতৰা দেশ-বিদেশৰ বাতৰি আৰু গান-বাজনা শুনিব পাওঁহক। ইথাৰে ভৰা আকাশত ভাহি ফুৰা কথাবোৰেই— 'আকাশবাণী'। অনাতাঁৰৰ 'প্ৰেৰক' আৰু 'গ্ৰাহক' যন্ত্ৰৰ সহায়ত সেই আকাশবাণী আমি শুনোহঁক।



শব্দ যেতিয়া শূণ্য বা আকাশত ভাহি ফুৰে, তেতিয়া 'ইথাৰে' সেই শব্দ বহন কৰি লৈ যায়। 'ইথাৰ' নথকা ঠাই নাই। পৃথিৱী আৰু সূৰ্য্যৰ মাজৰ শূণ্য বা আকাশ, ইথাৰে ভৰা। বৈজ্ঞানিক যন্ত্ৰৰ সহায়ত ইথাৰে শব্দবোৰৰ কঁপনি লৈ গৈ কাণত প্ৰবেশ কৰাই দিয়ে। এই যে বৈজ্ঞানিক যন্ত্ৰ আবিষ্কাৰ হৈছে তাকেই অনাতাঁৰ যন্ত্ৰ বোলে। অনাতাঁৰ যন্ত্ৰৰ সহায়েৰে যি বাতৰি শুনা যায় তাক অনাতাঁৰৰ বাতৰি বোলে!

আমি যেতিয়া কথা কওঁ তেতিয়া আমাৰ মাত বাহিৰ হোৱা মাত্ৰেই, বাহিৰৰ বায়ুমণ্ডলত ঢৌৰ সৃষ্টি হয়। বৈজ্ঞানিক যন্ত্ৰই আমাৰ 'মাত' বা 'শব্দ'ক বৈদ্যুতিক ঢৌত পৰিণত কৰে। যন্ত্ৰৰ সহায়ত শব্দৰ পৰা বৈদ্যুতিক ঢৌৰ সৃষ্টি হয়। সেই বৈজ্ঞানিক যন্ত্ৰৰ দ্বাৰা শব্দৰ পৰা ৰূপান্তৰিত হোৱা বিজুলীৰ ঢৌ 'ইথাৰৰ' সৈতে বায়ুমণ্ডলত ওপঙিব ধৰে। বায়ুমণ্ডলত থকা 'ইথাৰে' সেই ঢৌ লৈ আহি কাণত প্ৰবেশ কৰাই দিয়ে। সেই কাৰণেই এটি শব্দ ইথাৰৰ লগত আহি আমাৰ কাণৰ পাতল পৰ্দাত আঘাত কৰা মাত্ৰকে, তত্তালিকে আমি সেই শব্দ শুনিব পাওঁ।

মইনাহঁত! পুখুৰীৰ পানীত যেতিয়া ঢৌ নাথাকে তেতিয়া যদি পকা মাটিৰ চপৰা বা শিলগুটি এটি পুখুৰীলৈ দলিয়াই দিয়া তেতিয়া দেখিবা যে পানীত অসংখ্য সৰু সৰু ঢৌ হৈছে। ক্ৰমে সেই ঢৌবোৰ পুখুৰীৰ মাজত বিয়পি পৰিছে। গতিকে আমাৰ কথাবোৰো সেই পানীৰ মাজৰ দলিটোৰ নিচিনা। আমাৰ কথা বা শব্দবোৰৰ

পৰা তৎক্ষণাৎ বায়ুমণ্ডলত অসংখ্য ঢৌৰ সৃষ্টি হয় আৰু 'ইথাৰে' সুদূৰ ঠাইলৈ তাক লৈ যায়। 'ইথাৰৰ' সৈতে সকলো ঠাইতে সিহঁত ওপণ্ডি ফুৰে।



তোমালোকে আজিকালি প্ৰায়েই দেখিবলৈ পোৱা যে কোনো মানুহৰ ঘৰৰ ওপৰত দুডাল বাঁহৰ মূৰত এডাল তাঁৰ আঁৰি থোৱা থাকে। অথবা হাতেৰে কঢ়িওৱা সৰু ৰেডিঅ'ৰ ওপৰত লোৰ মাৰিৰ নিচিনা ধাতুৰ মাৰি এডাল থাকে। নতুবা ঘৰৰ ভিতৰতে এছটা ধাতুৰ পাতল জাল আৰা থাকে। ইয়াকেই 'এৰিয়েল' বোলে। এই 'এৰিয়েল' ডাল ঘৰত থকা 'ৰেডিঅ' বা অনাতাঁৰৰ বাতৰি শুনা বাৰ্ত্তাগ্ৰহণ যন্ত্ৰটিৰ লগত, এডাল তাঁৰেৰে সৈতে সংশ্লিষ্ট থাকে। অনাতাঁৰ যন্ত্ৰৰ প্ৰেৰক যন্ত্ৰটিৰ সমুখত কথা কোৱা মাত্ৰে বায়ুমণ্ডলত অথবা 'ইথাৰত' অসংখ্য ঢৌৰ সৃষ্টি হয়। ই দ্ৰুত গতিত চৌদিশে বিয়পি পৰে। বৈজ্ঞানিক যন্ত্ৰৰ দ্বাৰা শব্দৰ পৰা ৰূপান্তৰিত হোৱা এইয়া বিদ্যুৎ তৰঙ্গ। বিজুলীৰ গতি হ'ল প্ৰতি চেকেণ্ডত এক লাখ আশী হাজাৰ ১,৮০,০০ মাইল— অৰ্থাৎ ২,৮৯,৮০০ কিলোমিটাৰ। সেই ঢৌই এৰিয়েল ডালত লাগি থকা তাঁৰত স্পৰ্শ কৰা মাত্ৰ ঘৰত থকা অনাতাঁৰৰ, 'বাৰ্ত্তাগ্ৰহণ' যন্ত্ৰ বা ৰেডিঅ' বাজি উঠে। এনেকৈ বাজি উঠা মাত্ৰে হাজাৰ হাজাৰ মাইল দূৰৰ গান-বাজনা-বক্তৃতা আৰু বাতৰি শুনিবলৈ পোৱা যায়।

পোন প্ৰথমে ফ্ৰান্সৰ ব্ৰাঁলীয়ে এই ঢৌ ধৰিবলৈ এটি সুন্দৰ যন্ত্ৰ আবিষ্কাৰ কৰিছিল। বিজুলীৰ ঢৌ পৰীক্ষা কৰিবলৈ আমাৰ ভাৰতৰ বৈজ্ঞানিক পণ্ডিত স্বৰ্গীয় জগদীশচন্দ্ৰ বসুই এটি যন্ত্ৰ আবিষ্কাৰ কৰিছিল। সেই সময়ৰ বিজ্ঞানী সকলে তেওঁৰ এই নতুন আবিষ্কৃত যন্ত্ৰৰ বাবে তেওঁক প্ৰশংসা কৰিছিল।

জগতৰ অইন বৈজ্ঞানিক পণ্ডিত সকলে যেতিয়া বিজুলীৰ ঢৌৰ গুণ পৰীক্ষাত ৰত আছিল; তেতিয়া ইটালীৰ চিনেটৰ মাৰ্কনীয়ে গবেষণা কৰিছিল, কেনেকৈ বিজুলীৰ ঢৌৰ সহায়ত সংবাদৰ আদান-প্ৰদান কৰিব পাৰি। এওঁৰেই নানা দেশৰ বিজ্ঞানী সকলৰ আবিষ্কৃত যন্ত্ৰবোৰ গোটাই নানা ৰকমৰ পৰীক্ষা কৰি শেষত অনাতাঁৰ যন্ত্ৰ আবিষ্কাৰ কৰে।

# আমাৰ আহাৰ

সোণহঁত! 'শৰীৰ ভালেই মন ভাল' এই কথাষাৰ তোমালোকে শুনিছা। কাৰণ, শৰীৰত বেমাৰ হলে নৰিয়া অৱস্থাত মন ভালে থাকিব নোৱাৰে। গতিকে শৰীৰটো ভালে থাকিলেহে মনটো ভালে থাকে।

শৰীৰ নিৰোগী অৱস্থাক স্বাস্থ্য বোলে। স্বাস্থ্য ভালে ৰাখিবলৈ আমি শৰীৰৰ ৰক্ষাৰ বাবে যত্ন লব লাগে। ৰেলগাড়ীৰ ইঞ্জিন চলিবলৈ হলে যেনেকৈ সদায় কয়লা আৰু পানীৰ দৰ্কাৰ হয়, তেনেকৈ আমাৰ শৰীৰৰ ইঞ্জিন চলিবলৈ হলেও বায়ু-পানী আৰু আহাৰৰ আৱশ্যক।



সোণহঁত— আজি তোমালোকক আমাৰ আহাৰৰ বিষয়ে চমু আভাস দিমহঁক: আমি আহাৰ খাওঁ কিয়? এই প্ৰশ্নটিৰ উত্তৰ তোমালোকে দিব পাৰানে? নিশ্চয় পাৰিবা।

আমি আহাৰ খাওঁ জীয়াই থাকিবলৈ। বায়ু— পানী আৰু আহাৰ নহলে সংসাৰত কোনো প্ৰাণীয়ে জীয়াই থাকিব নোৱাৰে যেতিয়া, আমি আহাৰ খাবই লাগিব।

# (ক)

# খাদ্যাহাৰৰ শ্ৰেণী আৰু ক্ৰিয়া

জীয়াই থাকিবলৈ আমাক আহাৰ লাগে। আহাৰ খালে আমি কেনে অনুভৱ কৰোঁ? আহাৰে আমাৰ শৰীৰত কি ক্ৰিয়া কৰে? এই প্ৰশ্নত্তৰো আমি জনা উচিত।

সদায় যদি ঘিউ-ভাত-আলু-কচুৰ তৰ্কাৰী, মাখন-চেনি, খোৱা যায় তেন্তে কাম কৰি থাকিবৈ বেয়া নালাগে। বৰং এনেকুৱা আহাৰৰ পৰা বল-শক্তি বঢ়া যেন অনুভৱ কৰা যায়। তাৰ দ্বাৰা এইটো বুজায় যে এই শ্ৰেণীৰ আহাৰ কৰ্ম-শক্তি-দায়ক।

মাছ-মাংস-কণী-ঘিউ-মাখন-দৈগাখীৰ-এৰাঁগাখীৰ-ছানা-পনীৰ-শাক-পাচলি আৰু ফলমূল যদি সদায় খোৱা যায়; তেন্তে আমাৰ শৰীৰ ভলে থাকে। বেমাৰো কাচিৎ হে হয়। গতিকে এনেকুৱা খাদ্যই আমাৰ শৰীৰ ৰক্ষা কৰে। এতেকে এইবোৰেই হ'ল শৰীৰ ৰক্ষা কাৰক আহাৰ। এই শ্ৰেণীৰ আহাৰত মাংসসাৰ বা প্ৰটিন আছে। চমুকৈ কবলৈ হলে এতিয়ালৈ আমি দুই শ্ৰেণীৰ আহাৰ পালোহঁক। যেন ঃ—

(১) কৰ্মশক্তি দায়ক আহাৰ।

(২) শৰীৰ ৰক্ষা কাৰক আহাৰ।

এই দুই শ্ৰেণীৰ আহাৰ ক'ৰ পৰা পোৱা যায়? কোৱাচোন মইনাহঁত! মাছ-মাংস-কণী-গাখীৰ ঘিউ বাৰু ক'ৰ পৰা পোৱা যায়? উত্তৰত টপৰাই কবা— প্ৰাণীৰ পৰা। নহয় জানো? তাৰ পাচত আৰু এটি যদি প্ৰশ্ন কৰা যায় তেন্তে তাৰ উত্তৰ দিব লৈ পাৰিবা জানো? আমাৰ আহাৰ, চাউল-ডাইল-আটা-মগু-মাহ-আলু-কচু ক'ৰ পৰা পোৱা যায়? তাৰ উত্তৰ আৰু উজু। সেই বোৰ উদ্ভিদৰ পৰা উৎপন্ন হয়। নহয় জানো?

এই উদ্ভিদ জাতীয় খাদ্যত এবিধ বৰ ভাল বস্তু আছে। উদ্ভিদ খাদ্যত থকা সেই ভাল বস্তু বিধ হ'ল শ্বেতসাৰ। শ্বেতসাৰ যুক্ত উদ্ভিদ জাতীয় আহাৰ খালে আমাৰ শৰীৰৰ শ্ৰীবৃদ্ধি হয়! গতিকে শৰীৰৰ শ্ৰীবৃদ্ধিকৰা আৰু এক শ্ৰেণীৰ আহাৰ পালোহঁক। এতিয়া দেখা গ'ল যে, আমাৰ আহাৰে শৰীৰত ভিন ভিন ভাবে ক্ৰিয়া কৰে। উক্ত আহাৰে শৰীৰত কৰা ক্ৰিয়াৰ পৰা আমাৰ খাদ্যক মুঠতে তিনি শ্ৰেণীত ভাগ কৰিব পাৰি। যেনে ঃ—

(ক) কৰ্ম শক্তি দায়ক খাদ্য।

(খ) শৰীৰ ৰক্ষক খাদ্য।

(গ) শ্ৰীবৃদ্ধি কাৰক খাদ্য।

সাধাৰণত আমি আহাৰ খাওঁ ভোক মাৰিবলৈ। সেই খাদ্য আহাৰে সহায় কৰে— শৰীৰত শক্তি সঞ্চয় কৰি কৰ্মঠ হবলৈ, সদায় শৰীৰ ভালে ৰাখিবলৈ আৰু শৰীৰৰ শ্ৰীবৃদ্ধি কৰি স্বাস্থ্যৰ উন্নতি কৰিবলৈ। এতেকে উক্ত তিনি শ্ৰেণীৰ খাদ্যৰেই আমাৰ আৱশ্যক।

## (খ)

## খাদ্যপ্ৰাণৰ সাথৰ আৰু উত্তৰ

### সাথৰ

চাৰিটি আখৰে ডাক্তৰে থলে মোৰ নাম,
কিনিব লাগিলে দোকানত মোৰ বৰ দাম।
চিনাক্ত কৰে মোক বৰ্ণমালাৰ আখৰত;
থাকোঁ মই মইনাইঁতৰ প্ৰথম ভাগত।
খেতিযকৰ খেতি-পামত আছো বৰ্ত্তমান;
শৰীৰমাত্ৰে কৰোঁ মই জীৱনী শক্তি দান।
পুৱা-গধূলি মইনাই মাতে মোক চিএৰি;
পাইছা জানো এতিয়া মোৰ নামটো বিচাৰি?

### উত্তৰ

বৰ্ণমালাৰ ক, খ, গ, ঘ, মইনাৰ চিএৰে;
'খাদ্যপ্ৰাণ'ৰ ক খ, গ, ঘ, বেমাৰীয়ে বিচাৰে।
শৰীৰ পৰীক্ষা কৰি ডাক্তৰ চাহাবে কয়;
'খাদ্যপ্ৰাণ' যুক্ত আহাৰ লাগিব নিশ্চয়।
আমিষ-নিৰামিষ আহাৰ যে দুই প্ৰকাৰ;
উভয়তে থাকি মই কৰোঁ যত উপকাৰ।
শৰীৰত কৰোঁ মই জীৱনী শক্তি দান;
ডাক্তৰ কবিৰাজে মোক বোলে— খাদ্যপ্ৰাণ।

## (গ)
# খাদ্যৰ বাছনি

সোণহঁত!

দৰাচলেত খাদ্যপ্ৰাণে আমাৰ খাদ্যত প্ৰাণ দিয়ে। সেই কাৰণে ইয়াক খাদ্ৰপ্ৰাণ (Vitamin) বোলে। খাদ্ৰ্যপ্ৰাণ নোহোৱা আহাৰ খালে শৰীৰত সেই আহাৰে বিশেষ ক্ৰিয়া নকৰে! লাহে লাহে শৰীৰত খাদ্য প্ৰাণৰ অভাব হয়। ফলত স্বাস্থ্যৰ হানি হয়। শেষত শৰীৰত ক্ষয় ৰোগে দেখা দিয়ে। সেই ক্ষয় ৰোগত শৰীৰ তিল তিলকৈ ধ্বংস হয় আৰু সময়ত সেই ৰোগৰ ভাল চিকিৎসা নহলে জীৱনৰ অন্ত পৰে।

স্বাস্থ্য ভালে ৰাখিবলৈ হলে সদায় খাদ্যপ্ৰাণ থকা আহাৰ খাব লাগে। শৰীৰ ৰক্ষক খাদ্যৰ ভিতৰত মাংসসাৰ বা 'প্ৰটিন' থকা খাদ্য আমাৰ স্বাস্থ্য ৰক্ষাৰ বাবে বিশেষ উপকাৰী। ওপৰত উল্লেখ কৰা শৰীৰ ৰক্ষা কাৰক খাদ্য বোৰত এই মাংসসাৰ কম-বেচি পৰিমাণে আছে।

উদ্ভিদ জাতীয় বস্তুত অলপ নহয় অলপ শ্বেতসাৰ থাকেই। কোনো কোনো উদ্ভিদ খাদ্যত শ্বেতসাৰ বেচিও থাকে। এই শ্বেতসাৰ থকা উদ্ভিদ জাতীয় খাদ্যই শৰীৰত তাপ শক্তি উৎপন্ন কৰে, তেজৰ ক্ষাৰত্ব থিক ৰাখে আৰু খাদ্য বস্তু শৰীৰত পৰিপাক হোৱাত সহায় কৰে। তেনেকুৱা বস্তুবোৰ হ'ল – চাউল, আটা, ময়দা, বাৰ্লি, আলু, পকাফল, গোমধান, মাহ, ৰঙা আলু ইত্যাদি।

আমাৰ শৰীৰ সদায় সুস্থ আৰু সবলকৈ ৰাখিবলৈ হলে আমি নিতৌ কেনে আহাৰ খোৱা উচিত তাৰ বাছনি কৰা যুগুত। কি কি খাদ্য প্ৰাণ থকা বস্তু আমাৰ আহাৰৰ লগত নিতৌ খোৱা উচিত তাৰ বাছনি কৰাটো নিতান্ত দৰ্কাৰ। ভাত বা আতা খোৱাৰ উপৰিও নিতৌ গাখীৰ যথেষ্ট খাব লাগে। গাখীৰত দুইবিধ খাদ্য প্ৰাণ আছে। খাদ্যবস্তুৰ গুণ আৰু শৰীৰত তাৰ ক্ৰিয়া অনুসৰি খাদ্য বস্তুবোৰত থকা খাদ্য প্ৰাণবোৰৰ নামাকৰণ কৰা হৈছে। এতিয়া নামবোৰ শুনাহঁক।

## (ঘ)
# খাদ্যপ্ৰাণ

খাদ্যপ্ৰাণ বোৰৰ গুণানুসৰি খাদ্যপ্ৰাণ মুঠতে চাৰিভাগত ভাগ কৰা হৈছে। ডাক্তৰ সকলৰ মতে মুঠতে 'ক' 'খ' 'গ' আৰু 'ঘ' ঘাইকৈ এই চাৰিবিধ খাদ্যপ্ৰাণ।

এতেকে নিতৌ আহাৰ কৰোতে উক্ত খাদ্যপ্ৰাণ যুক্ত আহাৰ পৰিমিত ভাবে যাতে খোৱা যায়, প্ৰথমতে তাৰেহে বাছনি কৰাটো বাঞ্ছনীয়।

## খাদ্যপ্ৰাণ 'ক'




খাদ্যপ্ৰাণ 'ক'ই সাধাৰণ স্বাস্থ্যৰ উন্নতি কৰে। কাণ-নাক আৰু ডিঙিত হোৱা বেমাৰৰ ই প্ৰধান প্ৰতিষেধক স্বৰূপে শৰীৰ ৰক্ষা কৰে। মুঠৰ ওপৰত খাদ্যপ্ৰাণ 'ক'ই শৰীৰ গঢ়ি উঠাত সহায় কৰে। 'ক' খাদ্যপ্ৰাণ (Vitamin A) থকা বস্তুবোৰ হ'ল— যেনে -- কলমৌ শাক, বান্ধা কবি, ভেণ্ডি, গাজৰ, মাছ, কণী, আগমগুহ, গাখীৰ, ঘিউ, মাখন আৰু ফলৰ ভিতৰত হ'ল পকা অমিতা, আম ইত্যাদি।

## খাদ্যপ্ৰাণ 'খ'

খাদ্যপ্ৰাণ 'খ'ই ভোক বঢ়ায়, হজম শক্তি বঢ়োৱাতো সহায় কৰে। মুখ আৰু জিভাৰ 'ঘা'ৰ ই প্ৰতিষেধক। শৰীৰৰ অৱসাদ দূৰ কৰি শৰীৰ সবল কৰি তোলে। এই

খাদ্যপ্ৰাণ (Vitamin B) 'খ'ত থকা বস্তুবোৰ হ'ল— যেনে – চাউল, ডাইল, বাদাম, বজৰা, যবধান, বাৰ্লি, আগমগুহ, কণী, বন্ধাকবি, ঢেকীয়া শাক, কলমৌ গাজৰ, আলু, শাক-পাচলি ইত্যাদি।




দেখা যায় যে, শাক-পাচলিত খাদ্যপ্ৰাণ 'ক' আৰু 'খ' দুয়োবিধ পোৱা যায়। এতেকে নিতৌ সিজোৱা শাকপাচলি যথেষ্ট পৰিমাণে খোৱা উচিত।

## খাদ্যপ্ৰাণ 'গ'

খাদ্যপ্ৰাণ 'গ'ই শৰীৰ গঢ়াত আৰু দাঁতৰ আলু গঢ়ি উঠাত সহায় কৰে। খাদ্যপ্ৰাণ 'গ' যুক্ত আহাৰ খালে জোৰাফুলা, গাঠি-ফুলা বেমাৰ নহয়। 'গ' খাদ্যপ্ৰাণ (Vitamin C) প্ৰায়বোৰ টেঙাতেই পোৱা যায়। যেনে ঃ—




আমলখি, নেমু, সুমথিৰা টেঙা, মাটিকঠাল, ৰবাব টেঙা, আম, জলফাই, আঙুৰ। আন আন ফলৰ ভিতৰত কল-- অমিতা, মধুৰী আম ইত্যাদি। এতেকে দৈনিক খাদ্য আহাৰৰ লগত এবিধ টেঙা থকা যুগুত।

## খাদ্যপ্ৰাণ 'ঘ'

খাদ্যপ্ৰাণ 'ঘ'ই শকত হাড়, মজবুত দাঁত আৰু শৰীৰ গঠনত সহায় কৰে। মাছ-মাখন-কণী-কুকুৰা, গাখীৰ, মাতৃদুগ্ধ, ৰুটি আৰু ৰ'দত খাদ্যপ্ৰাণ 'ঘ' (Vitamin D) পোৱা যায়। এতেকে দেখা যায় খাদ্যপ্ৰাণ 'ক' আৰু 'ঘ' উভয় বিধ, মাছ-মঙহ-কণী গাখীৰ আৰু মাখনত আছে। পৰিমিত আহাৰত (Balanced diet) নিতৌ কণী-মাখন-ঘিউ-গাখীৰ যথেষ্ট পৰিমাণে খোৱা যুগুত। কাৰণ উক্ত বস্তুবোৰত এই দুইবিধ খাদ্যপ্ৰাণেই পোৱা যায়।




## (ঙ)

## মিঠা আগে নে তিতা আগে?

নিতৌ আহাৰ কৰাৰ আগতে সোৱাদ বা মিঠাবস্তু খাব নালাগে। কিয় বাৰু? সোৱাদ বস্তুই ভোক কমায়। তিতা বস্তু খালে ভোক বাঢ়ে। গতিকে আহাৰ কৰাৰ আগতে তলপ তিতা বস্তু খাব লাগে। কেৰেলা, শোকোতা, নিমাত অকণ অকণ আহাৰৰ আগতে খোৱা ভাল। আহাৰৰ শেষত হে মিঠা বা সোৱাদ বস্তু খোৱা উচিত।

## (চ)

## আহাৰৰ যোগান পাওঁ ক'ত?

ওপৰত উল্লেখ কৰা 'ক' 'খ' 'গ' আৰু 'ঘ' খাদ্যপ্ৰাণ থকা বস্তুৰ যোগান পাওঁ কেনেকৈ? ক'ত সেই খাদ্য বস্তুবোৰ পোৱা যায়?

অসমত ধানৰ খেতি প্ৰচুৰ পৰিমাণে হয়। যদিহে প্ৰাকৃতিক দুৰ্যোগ বানপানী বা অইন কাৰণত খেতি নষ্ট নহয়, তেন্তে অসমত চাউলৰ অভাৱ নহয়।

গাৱঁত সৰিয়হৰ খেতি হয়। সৰিযহৰ পৰা তেল হয়। এতেকে খোৱা তেলও গাৱঁতেই পোৱা যায়।

অসমত খেতি পথাৰত নানা তৰহৰ শাক-পাচলি যেনে— পালেং, পুৰৈ, ভেণ্ডি, কবি, মূলা, উৰহী, গাজৰ, পিয়াজ, উৎপন্ন হয়। ঔ টেঙা, নিমু টেঙা, লফা শাক, ৰবাব, জলফাই, আম, কঠাল, মধুৰি আম, মাটি কঠাল গাৱঁত যথেষ্ট পোৱা যায়। হাঁহ-কুকুৰা-কণীও অসমৰ গাৱঁত সস্তা। মচুৰ, মগু, মাহ, বুট আৰু কুঁহিয়াৰৰ খেতিও গাওঁতেই হয়। এতেকে গাওঁত খেতি কৰি ডাইল, গুৰ, গাওঁত সহজে উৎপন্ন কৰিব পৰা যায়।

অসম পৰ্বত-পাহাৰ, নৈ-বিল হাবি-জঙ্গলে ভৰা। সেই নৈ আৰু বিলবোৰত এতিয়াও মাছ পোৱা যায। লুইতপৰীয়া গাওঁবোৰত মাছৰ তেনে অভাৱ নাই। নগৰ বা চহৰবোৰত হলে উক্ত বস্তুবোৰ সহজে পাব নোৱাৰি। পালেও তাৰ দাম নগৰ বা চহৰত বৰ বেচি।

গাৱঁত উক্ত খাদ্য বস্তুবোৰ উৎপন্ন হয় কাৰণে অসমৰ গাওঁবোৰেই হ'ল খাদ্যৰ ভঁৰাল। গাওঁৰ মানুহে যদি নিজৰ নিজৰ মাটিত যত্ন কৰি খেতি কৰে, তেন্তে অসমৰ ভৈয়ামৰ গাওঁবোৰত কোনো খাদ্যৰেই অভাৱ নহয়। ~~বাস্তৱতে গাওঁবোৰেই~~ হ'ল আহাৰৰ উৎপন্ন ঠাই। কিমান ভাল গাৱঁখন! ভাত-ডাইল-কণী-গাখীৰ-গুৰ-মাছ-মাংস-ঘিউ-মাখন-তেল-শাক-পাচলি সকলো পোৱা যায় ভৈয়ামৰ গাওঁবোৰত। নদন-বদন শস্যে ভৰপূৰ গাওঁৰ খেতি পথাৰখন ইমান বিধ খাদ্যবস্তু উৎপন্ন হয় গাওঁবোৰত। সঁচাকৈয়ে গাওঁ বৰ ভাল। এতেকে পুষ্টিকৰ খাদ্য পাবলৈ হলে গাওঁৰ খেতি পথাৰত খেতি কৰি শস্য উৎপাদন কৰা যুগুত।

মইনাহঁত! তোমালোকৰ ঘৰ যদি গাওঁত, তেন্তে গাৱঁৰ খেতি পথাৰলৈ যাবলৈ হেলা নকৰিবা দেই।

গাৱঁৰ লৰাই খেতি পথাৰত খেতিয়কক সহায় কৰাটো গৌৰৱৰ কথা। কাৰণ খেতিপথাৰত পৰিশ্ৰম কৰাৰ মৰ্য্যাদা সুকীয়া। বৰং খেতিপথাৰত কাম কৰি অভিভাৱকক শস্য উৎপাদন কৰাত সহায় কৰি মুক্ত কণ্ঠে গাবা—

বহু পুণ্যফলে লভিছোঁ জনম অসমত;<br>
পালো প্ৰথমে মাতৃ-দুগ্ধ জননী বুকুত।<br>
নদন-বদন খেতি পথাৰ প্ৰকৃতিৰ দান;<br>
চকু মেলি চাওঁ যেনি, দেখো মাথোঁ খাদ্য-প্ৰাণ।

# অপৰাধী ৰজা

## (সাধুকথা)

মইনাহঁত! সাধুকথাটোৰ নামটো পোনতে পঢ়ি ভাবিছা ৰজাহে অপৰাধী হয় জানো? বাস্তবতে ৰজাই যে কেতিয়াও অপৰাধ নকৰে সেইটো নহয়। ৰজা হলেই যে দোষৰ পৰা সদায় মুক্ত সেইটো কব নোৱাৰি। এইটো দেখা যায় যে, কেতিয়াবা ৰজাইও কেৱল সামান্য দোষেই নহয়, গুৰুতৰ অপৰাধো কৰে।

মহৎ লোকে দোষ কৰিলে নিজৰ দোষ স্বীকাৰ ক'ৰে আৰু সেই দোষৰ বাবে ক্ষমা ভিক্ষা চায়। আবশ্যক হলে, সেই দোষ বা অপৰাধৰ বাবে শাস্তি বৰণ কৰিবলৈও কুণ্ঠিত নহয়। আগৰ দিনত, ৰজা-মহাৰজা সকলৰ গাত এই মহৎ গুণ দেখা গৈছিল।

তোমালোকে স্কুলত ৰামধুন গোৱা নিশ্চয়। গতিকে ৰজা ৰামৰ কথা অৱশ্যে শুনিছা। সেই পতিত পাবন আৰু ধৰ্মপালক প্ৰজাৰঞ্জক শ্ৰীৰামচন্দ্ৰৰ পিতৃ দশৰথ। এইজন ৰজাও পৰম ধাৰ্মিক আৰু বৰ পৰাক্ৰমী আছিল। সময়ত দেৱতাসকলেও ৰজা দশৰথৰ সহায় বিচাৰিছিল।

এদিন ৰজা দশৰথে মৃগয়া কৰোতে, এক মুনিৰ আশ্ৰমত অজানিতে এক গুৰুতৰ অপৰাধ কৰিছিল। ৰজা মহাপৰাক্ৰমী হলেও সেই অপৰাধৰ বাবে দোষ স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা কৰিছিল। মহাপৰাক্ৰমী দশৰথ ৰজাই, নিজৰ দোষ স্বীকাৰ কৰি মুনিৰ ওচৰ পাইছিল গৈ। ৰজাই অপৰাধীৰ দৰে কৰযোৰে থিয়হৈ মুনিৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল। ৰজা দশৰথ পৰম ধাৰ্মিক দয়াবান আৰু ক্ষমতাশালী হৈও, কেনেকৈ অপৰাধী হ'ল এতিয়া সেই কাহিনী শুনাহক।

আগৰ কালত ৰজাসকলৰ মৃগয়া কৰিবলৈ বৰ ধাউতি আছিল। এদিন ৰজা দশৰথেও ধনু-শৰলৈ মৃগয়া কৰিবলৈ বনলৈ গৈছিল। গৈ গৈ এখন হাবিত অন্ধক মুনিৰ আশ্ৰম পালে। অন্ধক মুনিৰ ঘৈণীয়েকো অন্ধ আছিল। তেওঁলোকৰ একেটি মাত্ৰ ল'ৰা আছিল। দুয়ো অন্ধ যেতিয়া পুতেক জনেই তেওঁলোকৰ সকলো প্ৰকাৰ সেৱা-শুশ্ৰূষা কৰিছিল। কিয়নো পিতৃ-মাতৃ আদি গুৰু। পিতৃ-মাতৃৰ সেৱা কৰাটো পুত্ৰৰ প্ৰধান কৰ্ত্তব্য।

এদিন মুনি পুত্ৰই আশ্ৰমৰ ওচৰেদি বৈ যোৱা জুৰিটিৰ পৰা পানী আনিবলৈ গৈছিল। ৰজা দশৰথেও তেতিয়া সেই আশ্ৰমৰ ওচৰতে মৃগয়া কৰিবলৈ চলি চাই আছিল। এনেতে মুনি পুত্ৰই পানীৰ কলহ ভৰাওঁতে বুৰবুৰ শব্দ হ'ল। ৰজাই ভাবিলে, হৰিণে জুৰিত নামি পানী খাইছে। সেই ভাবি তেওঁ শব্দ ভেদী বাণ মাৰি পঠালে। শৰে মুনিৰ পুতেকক বিন্ধিলে গৈ। মুনি পুত্ৰ তাৰ পৰা ব'ল। অলপ পাছতে ৰজাই আহি দেখে সৰ্বনাশ। তেওঁ ব্ৰাহ্মণ বধৰ ভাগী হ'ল। ৰজাই ততালিকে মুনিৰ পুতেকক ডাঙি ধৰিলেহি। কিন্তু কি হ'ব? মুনি পুত্ৰৰ তেতিয়া শেষ মুহূৰ্ত্ত। কথমপি ৰজাক কলে যে, তেওঁ সেই আশ্ৰমৰ অন্ধক মুনিৰ পুত্ৰ। ক্ষন্তেক পাচতেই তেওঁৰ মৃত্যু হল।



ৰজা দশৰথে মুনি পুত্ৰৰ মৃত শৰীৰটো লৈ অন্ধক মুনিৰ আশ্ৰম পালেগৈ। ৰজাই দুৰ্ঘটনাৰ নিদাৰুণ বাতৰি দিলে, নিজৰ গুৰুতৰ অপৰাধৰ বাবে হাতযোৰকৈ ক্ষমা ভিক্ষা চাই থিয় হৈ ৰ'ল

মুনি আৰু মুনি পত্নীয়ে ৰজাৰ পৰা এই নিদাৰুণ বাতৰি শুনি শোকত আতুৰ হ'ল। ৰজাক শাও দি কলে যে, তেৱোঁ এইদৰে পুত্ৰশোকত প্ৰাণ ত্যাগ কৰিব। তাৰ পিচ মুহূৰ্ত্ততে অন্ধকমুনি আৰু মুনি-পত্নী উভয়ে পুত্ৰ শোকত প্ৰাণ ত্যাগ কৰিলে।

ৰজা দশৰথে এই পাপ খণ্ডাবলৈ তেওঁৰ কুল-পুৰোহিত বশিষ্ঠ মুনিৰ আশ্ৰম পালেগৈ। তেতিয়া মুনি বশিষ্ঠ আশ্ৰমত নাছিল। পুতেক বামদেৱহে আছিল। ৰজাই বামদেৱক অন্ধক মুনিৰ পুত্ৰ হত্যাৰ কৰুণ কাহিনী কলে। লগতে অন্ধক মুনিয়ে তেওঁক শাও দিয়াৰ কথাও কলে। তেতিয়া সেই পাপৰ প্ৰায়শ্চিত্তৰ বিধান শুধিলে।

ৰজাৰ কথা শুনি বামদেৱ অবাক হ'ল। এনে গুৰুতৰ অপৰাধৰ প্ৰায়শ্চিত্তৰ বিধান কি হব পাৰে তাকো ভাবিবলৈ ললে। ভাবি পালে যে তেতিয়াৰ দিনত 'ৰাম-নাম'ৰ মহিমা অপাৰ আছিল। বামদেৱে তেওঁক তিনিবাৰ 'ৰাম' নাম লবলৈ নিৰ্দ্দেশ দিলে। আৰু কলে যে তেনে কৰাৰ পৰা ৰজা নৰ-বধ পাপৰ পৰা মুক্ত হব। কিন্তু মুনিৰ শাপৰ পৰা মুক্ত নহয়। কাৰণ, ৰজাই মুনিৰ ওচৰত যি অপৰাধ কৰিছিল সি অতি গুৰুতৰ। ন্যায় বিচাৰত ৰজা-প্ৰজা ধনী-গৰিব্ সকলো সমান। গতিকে ৰজা হলেও, তেওঁ যি গুৰুতৰ অপৰাধ কৰিছে তাৰ শাস্তি ভুগিবই লাগিব।

অৱশেষত ৰজা দশৰথে দুখমনে ৰাজ কাৰেঙলৈ উভতিল।

# শঙ্খ ওজা

## (সাধু কথা)

পুৰণি কালত কামৰূপত এজন বৰ ডাঙৰ ওজা আছিল। সাপে খাই মৰা মানুহকো তেওঁ জীয়াব পাৰিছিল কাৰণে তেওঁক বহুতে 'ধন্বন্তৰি' আখ্যা দিছিল। ধন্বন্তৰিৰ পাচতেই 'শঙ্খ ওজা' চিকিৎসা বিদ্যাত বিখ্যাত হৈ উঠিছিল।

কামৰূপ জিলাত 'ছয়গাওঁ' নামে এখন ঠাই আছে। তাৰ পুৰণি নাম চম্পক নগৰ। তাত চান্দ, নামেৰে এজন সদাগৰ আছিল। সদাগৰৰ ঘৈণীয়েকৰ নাম আছিল 'সনেকা'। সদাগৰৰ মাটি-বাৰী বহুত। ধন-সোণৰ যে লেখ-জোখেই নাছিল। সদাগৰ আৰু শঙ্খ ওজা দুয়ো আছিল পৰম বন্ধু।

কৈলাশৰ দেৱতা শিব। শিৱৰ জীয়েক দেৱী বিষহৰি। পৃথিৱীত তেওঁক মনসা দেৱীও বুলিছিল। পাতাল পুৰীৰ নাগগণ আছিল তেওঁৰ অধীন। মনসাদেৱী স্বভাৱতে বৰ খঙাল আছিল। সাপৰ দৰে খং তেওঁৰ। আনকি মাটিৰ তলৰ পাতালৰ সাপসকলেও তেওঁক ভয় কৰিছিল। মনসাদেৱীৰ আদেশ সাপসকলে সদায় শিৰোধাৰ্য্য কৰি চলিছিল। মনসাদেৱীয়ে মানুহৰ পৰা পূজা-সেৱা বিচাৰিছিল। তেওঁক পূজা-সেৱা নকৰিলেই তেওঁৰ জগৰ লাগিছিল। তেওঁৰ কোপত পৰিলে ৰক্ষা নাই। মানুহৰ কাজিয়া লাগি আদালতত ফৌজদাৰি মোকৰ্দ্দমাত লিপ্ত হলে যেনেকৈ নানা লটিঘটি হয়, তেনেকৈ বিষহৰি দেৱীৰ ওচৰত জগৰীয়া হলেও মানুহৰ দুখ-দুৰ্গতিৰ সীমা নোহোৱা হয়। সেই কাৰণে এষাৰ কথাই আছে যে, "মোকৰ্দ্দমাৰ ফৌজদাৰি; দেৱতাৰ বিষহৰি।" — এই দুটাৰ কোনো এটাৰ পাকত যদি মানুহে কেনেবাকৈ পৰে, তেন্তে সতকাই সেই বিপদৰ পৰা উদ্ধাৰ হোৱা টান।

চান্দ'ই বিষহৰিৰ পূজা-সেৱা নকৰাত বিষহৰিৰ তেওঁলৈ কোপ হ'ল। বিষহৰিয়ে চান্দ' সদাগৰৰ পুতেকহঁতক খুটিবলৈ সাপ পঠাই দিলে। বিষহৰিৰ সাপে এটি এটিকৈ চান্দ, সদাগৰৰ পুতেক ছজনকে দংশিলে। পাচত শঙ্খ ওজা আহি

---

* কামৰূপ জিলাৰ মাথিবাহাৰ বিখ্যাত ওজা স্বৰ্গীয় জলোৰামৰ মুখত শুনা।

সিহঁতক ভাল কৰি গৈছিল। গতিকে বিষহৰিয়ে চান্দ'ৰ লগত কাজিয়া কৰি জিনিব নোৱাৰিছিল। তেওঁ সদাগৰক জনাইছিল যে তেওঁক পূজা দিলেই এইবোৰ বিপদ নহব। তথাপি সদাগৰ অচল-অতল। সদাগৰে নিজৰ ইষ্টদেৱতাত বাহিৰে মনসাক পূজা নকৰে। তেওঁৰ নিচিনা মনৰ বল থকা সদাগৰ অতি বিৰল আছিল। গতিকে তেওঁ দৃঢ় হৈ থাকিল।

বিষহৰিয়ে আন উপায় নেদেখি শঙ্খওজাক বধ কৰিবৰ মনেৰে শিৱৰ ওচৰ পালেগৈ। শিৱই কলে, "তেওঁৰ মৰণৰ কথা শঙ্খওজাৰ ঘৈণীয়েকত বাহিৰে আনে নাজানে। তুমি কি উপায় কৰা কৰিবা। মই এই বিষয় নিৰপক্ষ।"



শঙ্খওজাৰ ঘৈণীয়েকৰ নাম আছিল কমলা। কমলাত বাহিৰে শঙ্খ ওজাৰ মৰণৰ গোপন কথা কোনোৱে নাজানিছিল। তাকে জানিবলৈ বিষহৰিয়ে ভণীয়েক 'নেতা'ক কমলাৰ ওচৰলৈ পঠাই দিলে। নেতাই মায়াবী বুধিৰে গৈ 'কমলা'ৰ পৰা জানিলে যে 'উদয়কাল' নাগে হাতে ঢুকি নোপোৱা আৰু চকুই নেদেখা ঠাইত খালেহে, শঙ্খওজা মৰিব। তেওঁক খুটিবলৈ 'উদয়কাল' আহিল। পাচত, শঙ্খওজাৰ বাৰীৰ ঔষধৰ গছৰ গোন্ধত উদয়কালে তেওঁৰ ওচৰ চাপিবই নোৱাৰিলে। উদয়কাল উভটি গ'ল। নেতাই তেতিয়া মায়াৰ বলত গাই গৰুৰ ৰূপ ধৰি, শঙ্খওজাৰ বাৰীৰ দৰৱ জাতিয় গছ-লতা সকলো খাই মষীমূৰ কৰি পেলালে। তেতিয়াহে উদয়কাল

আহি শঙ্খওজাক খুঁটিলে। শঙ্খওজা মৰিব বুলি ইপিনে বিষহৰিৰ মনত বৰ ৰং লাগিল।

শঙ্খওজাই তেওঁৰ দুজন শিষ্যক হিমালয়লৈ মানুহ জীয়াব পৰা ঔষধ আনিবলৈ পঠালে। হিমালয়ৰ জঙ্গলত থকা গছ-গছনি-লতা-পাতৰ গুণ আৰু তাৰ ব্যৱহাৰ আগৰ দিনত ভাৰতৰ ওজা সকলে বা ধন্বন্তৰিয়ে জানিছিল। এতেকে সেইবোৰ প্ৰয়োগ কৰি ওজা সকলে মৰা মানুহো জীয়াব পাৰিছিল হেনো অসমৰ তথা ভাৰতৰ শঙ্খ ওজাইও তেওঁৰ এই বিপদত শিষ্যক হিমালয়লৈ পঠাইছিল। লগত দুয়োকো দুটা পোৰামাছ দি কলে যে, যি গছজোপাৰ গুৰি পালে পোৰামাছ



জীয়েগৈ সেই জোপাই ঔষধৰ গছ। গুৰু সেৱাৰ উদ্দেশ্যে শিষ্যদ্বয় সাজু হ'ল। হিমালয় পৰ্বত লঙ্ঘি ঔষধ আনিবলৈ তেওঁলোক আগবাঢ়ি গ'ল। ৰ'দ-বৰষুণ-ধুমুহা আনকি, হিমালয়ৰ বৰফ যেন ঠাণ্ডাতো তেওঁলোক কৰ্ত্তব্যৰ পৰা পিছলি নপৰিল। অৱশেষত, শঙ্খ ওজাই কোৱা ঠাই শিষ্যই হিমালয়ত পালে গৈ। পোৰামাছ দুটা সজীৱ হৈ জপিয়াই উঠিল। দুই শিষ্যৰ কি আনন্দ তাক ওপৰত দিয়া ছবি দেখিলেই বুজা যায়। শিষ্যই হিমালয়ৰ পৰা ঔষধৰ গছিলৈ দ্ৰুত গতিত ঘিৰি আহিল। বিপদত গুৰু-সেৱা কৰা সুযোগ পাই দুই শিষ্যৰ মনত অপাৰ আনন্দ।

বিষহৰিয়ে দেখিলে যে কথা বিপৰীত। তেওঁ সদাগৰৰ ঘৈণীয়েক 'সনেকা'ৰ বেশ ধৰিলে। মাজবাটত হুৰাওৰাৰে কান্দি আৰ্ত্তনাদ কৰিছিল উভতি আহোঁতে শিষ্য দুজনে 'সনেকা'ক দেখি তেওঁলোকৰ গুৰু, শঙ্খওজাৰ খবৰ সোধে। সনেকাৰ বেশত বিষহৰিযে কান্দি কান্দি কলে যে শঙ্খ ওজা আৰু নাই। তেওঁৰ শৰীৰ মৰিশালিলৈ কেতিয়াবাই নিলে। চান্দ সদাগৰো মৰিশালিলৈ গৈছিল। শঙ্খওজাৰ শৰীৰ সকলোৱে শ্মশানত পুৰি ছাই কৰি পেলাইছে। দুই শিষ্য শোকত অস্থিৰ হৈ পৰিল। শোকতে কান্দি-কাতি ঔষধৰ গছ পেলাই ওজাৰ ঘৰলৈ লৰ দিলে। গৈ দেখে যে শঙ্খ ওজাই ঔষধলৈ বাট চাই আছে। সিহঁতে বুজিলে সৰ্বনাশ। উভতি গৈ ঔষধৰ গছ পেলোৱা ঠাই পালে। কিন্তু ঔষধ নাপালে। এই খবৰ শঙ্খওজাক দিলেহি। ওজাই কলে যে ঔষধ পেলোৱা ঠাইৰ অকণমান মাটি পালেও শঙ্খওজা বাচিব। মাটি আনিবলৈ শিষ্য দুজন আকৌ সেই ঠাইলৈ গ'ল। গৈ দেখে যে সেই ঠাইত এটি বৃহৎ খাল। ফেনে ফোটোকাৰে উপচি আছে। উভতি আহি শিষ্যই এই খবৰ দিয়াত শঙ্খ ওজাই কলে যে সেই ঠাইত হোৱা খালৰ পানীত ওপঙি থকা ফেন্ আনি ওজাক দিলেও তেওঁ বাচিব। তেতিয়া শঙ্খওজাৰ অন্তিম অৱস্থা। গৈ দেখে যে তাত ফেনও পাবলৈ নাই। ৰাজহাঁহে গোটেইখিনি ফেন খাই শেষ কৰি পেলাইছে। দেৱতাৰ মায়া, দেৱতাৰ ছলনাত মানুহ তিষ্ঠিব নোৱাৰে। শিষ্য দুখ মনে ফিৰি আহি এই খবৰ দিলেহি। শিষ্যৰ পৰা শঙ্খওজাই এই খবৰ পাই হতাশ হ'ল।

দেৱতাৰ লগত জিড্ কৰি টিকা টান। অৱশেষত মনসা দেৱীৰ ছলনাত ঔষধ নজনাৰ ফলত নহয়, বাস্তৱত ঔষধৰ অভাবতহে শঙ্খওজা ঢুকাল। আমাৰ দেশত মৰা মানুহ জীয়াব পৰা শঙ্খওজাৰ নিচিনা বিখ্যাত ওজা আজিলৈকে আৰু ওলোৱা নাই।

# ৰামৰ ভক্ত গুহক

## (সাধুকথা)

মইনাইঁত। দশৰত অযোধ্যাৰ ৰজা আছিল। ৰজাৰ চাৰিজন ৰাজকোঁৱৰ আছিল। তেওঁলোকৰ নাম হ'ল— ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন।

এসময়ত ৰজা দশৰথে ৰাজকোঁৱৰ সকলৰ সৈতে ৰথেৰে গঙ্গালৈ তীৰ্থ কৰিবলৈ গৈছিল। তেওঁলোকৰ পাচে পাচে গৈছিল ৰজাৰ সৈন্য সামন্ত সকল। তেওঁলোকে গৈ গৈ গুহক চণ্ডালৰ ৰাজ্য পালে। গুহকৰ ৰাজ্যত, হঠাতে এনে এটি সৈন্য-সামন্তৰ দল উপস্থিত হোৱাত, প্ৰজাৰ মাজত এখন হুলস্থূল লাগিল গুহকে তেতিয়া ৰজা দশৰথক কলে, "হে মহাৰাজ, সৈন্য-সামন্তৰ সৈতে হঠাতে আপুনি মোৰ ৰাজ্যত প্ৰবেশ কৰাত মোৰ প্ৰজাবৰ্গই ভয় পাইছে। তাৰ ফলত ৰাজ্যত অশান্তিৰ সৃষ্টি হৈছে। হঠাতে অইনৰ ৰাজ্যত প্ৰবেশ কৰাটো উচিত নহয়। তেনে কৰাৰ আগতে মোৰ অনুমতি লোৱাটো বাঞ্ছনীয়। এই ৰাজ্যৰ ৰজা মই। মোৰ ৰাজ্যত আপোনাৰ অন্যায় প্ৰবেশ, থিক হোৱা নাই। তাৰ বিনিময়ত মোৰ এটি দাবী আছে। সেইটো হ'ল— আপোনাৰ পুত্ৰ, শ্ৰীৰাম চন্দ্ৰক মোক দৰ্শন কৰাওক।"

গুহকৰ দাবী পূৰণ কৰিবলৈ ৰজা দশৰথ মান্তি নহল। ৰথৰ দুৱাৰ বন্ধ কৰাই ৰামক লুকাই ৰাখিলে। ৰজাই এনে কৰাত, ৰজা আৰু গুহক চণ্ডালৰ মাজত বাক-বিতণ্ডা হ'ল। শেষত গৈ দুয়োৰে মাজত এখন যুঁজ লাগিল। যুদ্ধত দশৰথে গুহকক পাগুপাত বাণ মাৰি, হাতে-গলে বান্ধি বন্দী কৰি ৰথত তুলি ললে। গুহক হাতে গলে বন্ধা অৱস্থাত আছিল যদিও, তেওঁৰ ভৰি মুকলি আছিল।

গুহক আছিল ৰামৰ পৰম ভক্ত। তেওঁ পূৰ্বজন্মত ব্ৰাহ্মণ আছিল। সেই পূৰ্বজনমৰ কথা তেওঁৰ ভালকৈ মনত আছিল। গতিকে কি দোষত আজি তেওঁ গুহক হৈ চণ্ডাল জন্ম পাইছে তাকো ভালকৈ জানিছিল। গুহকে ভাবিছিল— মোৰ মুক্ত ভৰি দুখনেৰে যদি ধনুশৰ মাৰি কেনেবাকৈ ৰজাৰ পাগুপাত বাণ কাটিব পাৰো, তেন্তে মই মুক্ত হৈ, এই ৰথতেই শ্ৰীৰামচন্দ্ৰক দেখা পাম। তাকে ভাবি ভৰিৰে ধনুৰ গুণ টানিব ধৰিলে। এনেতে ভৰতে গুহকক তেনে কৰা দেখি আচৰিত হল আৰু ককায়েক, ৰামক মাতি আনি দেখুৱালে। বন্দীয়ে তেনেকৈ ভৰিৰে ধনু সঞ্চালন কৰা

দেখি অন্তৰ্য্যামী ৰামে সুধিলে, 'হে বন্দী! ভৰিৰে যে ধনু-গুণ টানিছা— ই তোমাৰ অপূৰ্ব শিক্ষা। এনে বিদ্যা তোমাৰ এই জন্মৰ নহয়। তোমাৰ আচল পৰিচয় দিয়া।" তেতিয়া গুহকে কলে, "প্ৰভু নাৰায়ণ, কি দোষত মোৰ এই চণ্ডাল জন্ম হ'ল তাক কওঁ শুনা। ৰজা দশৰথ তেতিয়া অপুত্ৰক। এদিন ৰজাই মৃগয়া কৰিবলৈ গৈ অন্ধক মুনিৰ আশ্ৰম পাইছিল। অন্ধক মুনিৰ পত্নীও অন্ধ। মুনিৰ পুত্ৰই আশ্ৰমৰ নদীত পানী-পাত্ৰ ভৰাওতে শব্দ হোৱাত, দশৰথে মৃগ বুলি শব্দভেদী বাণ মাৰিলে। সেই বাণ মুনিপুত্ৰৰ গাত পৰি তাতে তেওঁৰ মৃত্যু হয়। মুনিপুত্ৰক ৰজাই অন্ধক মুনিৰ ওচৰলৈ নি সেই মৰ্ম্মান্তিক দুৰ্ঘটনাৰ কথা কৈ কৰযোৰে ক্ষমা-ভিক্ষা চাইছিল। সেই নিদাৰুণ ঘটনা শুনি, মুনিয়ে ৰজাক শাপ দি কৈছিল যে, ৰজা দশৰথেও পুত্ৰ শোকত প্ৰাণত্যাগ কৰিব। তাৰ পাচতেই মুনি আৰু মুনি পত্নীয়ে পুত্ৰ শোকত প্ৰাণ এৰিলে।

ৰজাই সেই পাপ মোচনৰ উপায় বিচাৰি পিতৃদেৱ বশিষ্ঠৰ আশ্ৰম পালেহি। তেতিয়া পূজনীয় পিতৃদেৱ আশ্ৰমত নাছিল। ৰজাক তিনিবাৰ 'ৰামনাম' জপিবলৈ কৈ ময়েই সেই পাপৰ প্ৰায়শ্চিত্তৰ বিধান কৰিলোঁ। গধূলি পিতৃদেৱ আহি আশ্ৰম পোৱাত সকলো বৃত্তান্ত ভাঙি কলোঁ। তেতিয়াও প্ৰভুই ৰাম অৱতাৰ হৈ পৃথিৱীত পদাৰ্পণ কৰা নাই। 'ৰামনাম'ৰ অসীম মাহাত্ম্য। এবাৰ 'ৰামনাম' ললেই শত শত পাপ খণ্ডন হৈছিল। তেনেস্থলত, মই তিনিবাৰকৈ 'ৰামনাম' জপিবলৈ কোৱাত, পিতৃদেৱৰ মোৰ ওপৰত ক্ৰোধ হ'ল। ক্ৰোধান্বিত পিতৃদেৱে মোক চণ্ডাল হবলৈ অভিসম্পাত দিলে। মই উপায় নাপাই কৰযোৰে সুধিলো, কি উপায়ে এই চণ্ডাল জন্মৰ পৰা মুক্ত হম? উত্তৰত পিতৃদেৱে কলে যে, ভগবান শ্ৰীৰামচন্দ্ৰক দশৰথে পুত্ৰৰূপে পোৱাৰ পিচত, সেই ৰাম অৱতাৰ দৰ্শন হলেহে, চণ্ডাল জন্মৰ পৰা মুক্ত পাম! সেই দিন ধৰি, বশিষ্ঠৰ পুত্ৰ মই বামদেৱে চণ্ডাল জন্মলৈ তোমাৰ দৰ্শন পাবলৈ বাট চাই আছোঁ! হে প্ৰভু, দীনবন্ধু! পতিত পাবন! চণ্ডাল বুলি মোক ঘৃণা নকৰি এই পতিতক আজি উদ্ধাৰ কৰা। তেতিয়া দয়াময় ভগৱান ৰামচন্দ্ৰই কলে—

"তুমি নোহোৱা চণ্ডাল,
তুমি নোহোৱা নীচজন।
তুমি ত্যাগী বীৰ—
দ্বিজ শ্ৰেষ্ঠ পৰম ব্ৰাহ্মণ,
তুমিহে প্ৰকৃত হৰিজন।"

তাৰ পাচত ৰামে ৰজা, দশৰথক সকলো বৃত্তান্ত কৈ ৰজাৰ সম্মতিক্ৰমে, গুহকৰ বন্ধন নিজ হাতে খুলি দিলে। অগ্নিক সাক্ষী কৰি শ্ৰীৰমাচন্দ্ৰই গুহকৰ সৈতে মিত্ৰতা কৰাৰ অভিপ্ৰায়ে লক্ষ্মণক অগ্নিকুণ্ড সাজিবলৈ কলে। তাকে শুনি গুহকে কৈছিল—

"মই যে চণ্ডাল অস্পৃশ্য সমাজৰ
কৰিবা মিত্ৰতা মোৰ সতে—
কিবা অভিপ্ৰায় প্ৰভু!"

ৰামচন্দ্ৰই তাৰ উত্তৰ কলে—

মই যি তুমিও সেই—
উচ্চ-নীচ ভেদা-ভেদ নাই।
আমি সকলো সমান—
আমি সবে হৰিজন।
জানিবা হে বন্ধু গুহক।

তাৰ পাচত গুহকে শ্ৰীৰামচন্দ্ৰৰ চৰণত ধৰি আশীৰ্বাদ ভিক্ষা কৰি কলে—

তুমি দয়াময় পতিত পাৱন;
দয়া কৰি দিলা দৰশন।
হে প্ৰভু! দিয়া পদধূলি আজি
উদ্ধাৰা মোক তুমি নাৰায়ণ।

তেতিয়া আকৌ ৰামে কৈছিল—

ব্ৰাহ্মণ চণ্ডাল সকলো সমান;
জীৱ মাত্ৰে আত্মা বিৰাজমান।
নোহোৱা অস্পৃশ্য তুমি সমাজৰ;
কদাপি নোহোৱা পাত্ৰ ঘৃণাৰ।
পদধূলি নাই প্ৰয়োজন;
বন্ধুভাৱে কৰোঁ আৱাহন।
মিত্ৰ বুলি তুমি কৰাহে বৰণ;
অগ্নিৰ সাক্ষাতে কৰোঁ আলিঙ্গন।
আজি হন্তে তুমি সখা হৃদয়ৰ;
তীৰ্থপথে হলা বন্ধু, চিৰ জনমৰ।

মইনাত! এনেকৈয়ে পতিত পাৱন, শ্ৰীৰামচন্দ্ৰই তেওঁৰ পৰম ভক্ত, গুহক চণ্ডালক উদ্ধাৰ কৰিছিল। সেয়ে আজিও তেওঁক আমি সবে এইদৰে প্ৰাৰ্থনা কৰোঁহক—

ৰঘুপতি ৰাঘৱ ৰাজা ৰাম,
পতিত পাৱন সীতা ৰাম।
ঈশ্বৰ আল্লা তেৰে নাম;
সবকো সম্মতি দে ভগৱান। ○

# নিবেদন

**জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী**

**পৰম পূজনীয়া মাতৃ মোৰ**

## স্বৰ্গীয় মাণিকপ্ৰিয়া দেৱীৰ শ্ৰীচৰণকমলত

আই,

তুমি ভাল পাইছিলা সৰু সৰু ল'ৰা-ছোৱালীক আৰু ধুনীয়া ধুনীয়া আমোল্-মোল্ ফুল। সেই কাৰণে হৱলা গোসাঁই ঘৰৰ ফুলনিত হাঁহি থকা, ৰঙা-ৰঙা সুগন্ধ গোলাপ, মইনাহঁতৰ মাজত ভগাই দি কৈছিলা -- সুগন্ধি ফুলৰ দৰে মানুহ গুণবান হব লাগে। গন্ধহীন ফুলৰ দৰে গুণহীন লোকক কেৱে আদৰ নকৰে।

*　　*　　*

তুমি আজি মৰতৰ ইহজগতত নাই। তুমি আছাগে সৰগত। দেৱ শিশুসকলে তাত তোমাক কত কথা সুধিছে চাগে। তুমি হয়তো শুনাইছা— সৰগৰ পাৰিজাত ফুলৰ কাহিনী।

শ্বিলং পাহাৰখন ফুলে ৰমক-জমক্ হলেও ইয়াৰ প্ৰায় ফুলেই গন্ধহীন। গন্ধহীন ফুল ভাল নোপোৱা যিহেতু, শ্বিলং পাহাৰৰ ফুল তোমাৰ চৰণত নিবেদন কৰিবলৈ সত্ নাযায়। সেই কাৰণে কি ফুল নিবেদন কৰোঁ ভাবি আছিলোঁ। শেষত সাহিত্য-কাননৰ ফুলনিত হোৱা এজোপা ফুলৰ এপাহ ফুল তোমাৰ চৰণত অৰ্পণ কৰিবলৈ মানস কৰিলোঁ। পিচে কি হব ? মই ৰোৱা ফুলাে আজিও ফুলা নাই কলি মেলিছেহে মাথোঁ। সেই সৰু সৰু মুকুলৰ এই ঢোপা কলিটি তোমাৰ চৰণৰ উদ্দেশ্যে নিবেদন কৰিলোঁ। সুগন্ধ হয নে নহয় নাজানো।

আই! আশীৰ্বাদ কৰা যাতে এই মুকুলে মেল খাই হাঁহি থকা ফুলত পৰিণত হৈ অকণ-অকণিহঁতৰ অন্তৰত আনন্দ দিয়ে।

জ্ঞানশ্ৰী
মতিনগৰ
শ্বিলং-৩

তোমাৰ আশীৰ্বাদ ভিখাৰী
সেৱক
—চানাপিতা—

# ভূমিকা

চাহ শিল্পই অসমক পৃথিৱী-বিখ্যাত কৈ থৈছে। এনে এটি আপুৰুগীয়া সম্পদৰ আদি-অন্ত কথা আমাৰ ল'ৰা-ছোৱালীহে নেলাগে বুঢ়াসকলেও ভালকৈ নেজানে। ইয়াকে উপলব্ধি কৰিয়েই শ্ৰীগুৰুদত্ত ভাগৱতীয়ে নিচেই সৰু সৰু ল'ৰা-ছোৱালীয়ে চাহৰ আঁতি-গুৰি সম্পৰ্কে সকলো কথা খৰচি মাৰি জানিব-বুজিব পৰাকৈ এই সৰু পুথিখনি লেখিছে। পুথিখনৰ নাম দিছে, 'অসমৰ চাহপাত মই'। যেই সেই কথা প্ৰথম পুৰুষে কোৱাদি কলে, শুনোতাই শুনি ভাল পায় আৰু মনতো থাকে। ভাগৱতীয়ে চাহৰ-কাহিনীটো এইদৰে প্ৰথম পুৰুষত বৰ্ণাই লেখাত ল'ৰা-ছোৱালীবিলাকে নিশ্চয় বৰ হেঁপাহেৰে পঢ়িব আৰু লেখকৰ অভিপ্ৰায়ো সিদ্ধ হব। অসমৰ মাটিত কোনে পোণ প্ৰথমে চাহ উলিয়ালে এই কথা লৈ এতিয়াও তৰ্কালোচনা হৈ আছে। সি যি নহওক, ভাগৱতীৰ পুথি পঢ়ি চাহ উৎপন্ন হোৱা দেশখনৰ ল'ৰা-ছোৱালীহঁতৰ অন্তৰখন গৌৰৱেৰে ভৰি পৰিব। লেখাৰ কৌশলটিও ভাল হৈছে— এইৰূপে লিখা কিতাপ আগেয়ে পঢ়া মনত নপৰে। সেইবাবে লেখকৰ শলাগ ললোঁ।

গুৱাহাটী

পোন্ধৰ আগষ্ট, ১৯৬৫

শ্ৰীবেণুধৰ শৰ্মা

# লেখকৰ কথা

ইং ১৯৬৫ চন মার্চ মাহ। ইতিমধ্যে অসম চৰকাৰৰ দ্বাৰা নিয়োজিত পে কমিটিয়ে প্ৰতিবেদন চৰকাৰৰ ওচৰত দাখিল কৰিছিল। সেই প্ৰতিবেদনত থকা আসোঁৱাহবোৰ গুচাবলৈ, অসম চৰকাৰৰ সচিবালয়ৰ চাকৰিয়ালসকলে চৰকাৰৰ ওচৰত বাৰে বাৰে আবেদন-নিবেদন কৰি, ন্যায় বিচাৰৰ প্ৰাৰ্থনাও বিফল হোৱাত হৈ অতিষ্ঠ হৈ পৰাত, শেষত তাৰ তীব্ৰ প্ৰতিবাদ স্বৰূপে সচিবালয়ত অবিৰাম ধৰ্মঘটৰ পাতনি তৰি পৃথিৱীৰ ভিতৰত যি দীৰ্ঘতম ধৰ্মঘটৰ সূচনা কৰিছিল, সেই সময়ত এই কিতাপৰ পাণ্ডুলিপি প্ৰস্তুতি কৰা হৈছিল।

অসম বুৰঞ্জী আৰু অসমৰ চাহপাত আবিষ্কাৰ সম্বন্ধীয় তথ্যৰ আলম লৈ কিতাপৰ পাণ্ডুলিপি তৈয়াৰ কৰা হৈছে যদিও পঢ়ুৱৈৰ মন আকৰ্ষণ কৰাৰ উদ্দেশ্যে আৰু বিষয়বস্তু হৃদয়গ্ৰাহী কৰি তুলিবলৈ চাহপাতৰ আত্মকথাৰ কোনো কোনো পৰ্য্যায়ত লেখকে কল্পনাৰ ৰহণ সানিছে। এতেকে সেই কাল্পনিক তথা সৃজনীমূলক চাহৰ জীৱন কাহিনীত তথ্যৰ গুৰুত্ব দিয়া নাই। সদাশয় সুধীবৃন্দ আৰু সমালোচকৰ জ্ঞাতাৰ্থে ইয়াত এই কথাটি উল্লেখ কৰা হ'ল।

কলিকতা
১৫/৪/৬৬

শ্ৰীগুৰুদত্ত ভাগৱতী

# কৃতজ্ঞতা

চাহপাতৰ আত্মকথাৰ পাণ্ডুলিপি প্ৰস্তুতিত অসমৰ চাহপাতৰ জন্ম বৃত্তান্তৰ তথ্য সংগ্ৰহত শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্মাদেৱে লেখকক বিশেষ সহায় কৰিছে। আনকি শেষত এই কিতাপৰ ভূমিকা লেখিও লেখকক যিদৰে উৎসাহিত কৰিলে তাৰ বাবে অসমৰ এই গৰাকী লব্ধপ্ৰতিষ্ঠ প্ৰবীণ সাহিত্যিক আৰু বুৰঞ্জীবিদ পণ্ডিতৰ ওচৰত লেখক আজীৱন চিৰকৃতজ্ঞ

কলঘৰত চাহপাত মৰা হয়। বাগানত গজি থকা কেঁচা সেউজী চাহপাতে শেষত কলঘৰত মানুহৰ ভোগৰ সামগ্ৰীত কপান্তৰিত হয়গৈ চাহ বাগিচাত থকা চাহ-কাৰখানাৰ ছবিবোৰ একে ঠাইৰ পৰা আহৰণ কৰাৰ সন্ধান দিয়ে, স্নেহভাজন শ্ৰীমান মদনচন্দ্ৰ ভট্টাচাৰ্যাই। সেইবাবে সঁচাকৈ তেওঁ লেখকৰ ধন্যবাদৰ পাত্ৰ

এই কিতাপত সন্নিবিষ্ট ছবিৰ ব্লকবোৰ তৈয়াৰ কৰাৰ আগতে, যোৰহাট ইঞ্জিনীয়াৰিং কলেজৰ ছাত্ৰ, শ্ৰীমান অমিয় (বুলু) শৰ্মাই চাহ-বাগিচাৰ, ম্যানেজাৰ-মজদুৰৰ বাস্তৱ কৰ্মক্ষেত্ৰ বাগানৰ ছবিবোৰ তুলিছিল। চাহ-বাগিচাৰ সেই ছবিবোৰ তেঁওৰ জৰিয়তে নোপোৱাহেঁতেন, ব্লকবোৰ তৈয়াৰ কৰা সম্ভৱ নহলহেঁতেন। এতেকে 'বুলু'ৰ যত্ন আৰু কষ্টৰ স্বীকৃতি স্বৰূপে, লেখকে যাচিলে বুলুলৈ চেনেহ আৰু মৰমবোৰ। এই কিতাপত কেনেকুৱা ছবি সন্নিবিষ্ট কৰিলে কিতাপখন সৰ্বাঙ্গ সুন্দৰ হৈ উঠিব পাৰে, তাৰ পৰিকল্পনাত আইজালৰ ডি.এফ.ও. শ্ৰীহেমেন চাংকাকতীয়ে পৰামৰ্শ আগবঢ়োৱাত, এই ছেগতে লেখকে তেওঁকো ধন্যবাদ জনালে।

অসমৰ চৰকাৰৰ শিক্ষা সঞ্চালন প্ৰকাশন শাখাই এনেকুৱা সাহিত্যৰ মূল্য বুজি আৰ্থিক সাহায্য আগবঢ়োৱাত, অসম ৰাজ্যিক চৰকাৰৰ শিক্ষা বিভাগৰ ওচৰত লেখক কৃতজ্ঞ থাকিল। যি সকল লেখক, সাংবাদিক, বুৰঞ্জীবিদ, বিজ্ঞানী, গবেষক, পণ্ডিতৰ তথ্যৰ আলম লৈ এই কিতাপ যুগুত কৰা হৈছে তেওঁলোকৰ ওচৰতো লেখক কৃতজ্ঞ।

নবজীৱন প্ৰেছৰ কৰ্ণধাৰ শ্ৰীকালীচৰণ পাল মহোদয়ক এই কিতাপ প্ৰকাশ প্ৰসঙ্গত, সবাতো আগে আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। কাৰণ শ্ৰীপাল মহোদয়ে বিশেষ অনুগ্ৰহ নকৰিলে, এই শাৰদীয় উৎসৱৰ সময়ত, দোকানে দোকানে, অসমৰ চাহপাতে আত্মকাহিনী কবলৈ পূজাৰ বজাৰত ৰমক্-জমক্ হৈ ওলাব নোৱাৰিলেহেঁতেন।

অসম সাহিত্য সভাৰ বৰ্ত্তমান প্ৰধান সম্পাদক, অধ্যাপক শ্ৰীহৰিপ্ৰসাদ নেওগ আৰু লেখকৰ সতীৰ্থ, শ্ৰীমহেশচন্দ্ৰ শৰ্মাই কিতাপৰ পাণ্ডুলিপিটো পঢ়ি কিতাপখন ছপাবলৈ টানি অনুৰোধ কৰিছিল। আজি এই কিতাপ প্ৰকাশ হলত লেখকে উভয়ৰে শলাগ লৈছে।

'জ্ঞানশ্ৰী' — শ্ৰীগুৰুদত্ত ভাগৱতী

মতিনগৰ, শিলং - ৩

# অসমৰ চাহপাত মই

## প্ৰথম অধ্যায়

## জন্মভূমি অসম আৰু আদি কথা



সৌৰা বাগানৰ বৰ চাহাবৰ বঙলাৰ ছবি।

চাহাব আৰু বনুৱা!

এওঁলোক থাকে ক'ত?

থাকে মোৰ বাগানত।

কিহৰ বাগান? ফুলৰ বাগান নে ফলৰ বাগান? নে শাক-পাচলিৰ বাগান?

শাক-পাচলিৰ বাগান তো নহয়েই — ফলৰ বাগানো নহয়। ফুলৰো নহয়। মোৰ বাগান।

মই নো কোন? মোৰ জন্ম ক'ত? থাকোঁ ক'ত? কিয় বাৰু মই জগৎ বিখ্যাত? লাহে লাহে আটাইবোৰ প্ৰশ্নৰ উত্তৰ দিওঁহক।



আৰু এইটি? বাগিচাৰ বনুৱাৰ ছবি।

## বিদ্বান আৰু গুণীলোকৰ পূজা

পিচে, মই হলে ৰূপবান নহওঁ। কাৰণ ভগৱানে মোক ৰূপ দিয়া নাই। দেখিবলৈ মোৰ বৰণো বগা নহয়। তথাপি লোকে মোক আদৰ কৰে। কাৰণ মোৰ হেনো গুণ আছে। জঙ্গলত জন্মিলেও, হাবি-বনৰ মাজত পৰি থাকিলেও, মোৰ গুণৰ কাৰণে মোক সকলোৱে বিচাৰে। কিয়? গুণবান লোকক সকলোৱে মান কৰে। সকলো ঠাইতে বিদ্বান আৰু গুণীলোকৰ পূজা হয়।

অ' মোৰ গুণৰ কথা উনুকিয়াওঁতে ক'ত উপজিছিলোঁ তাক কোৱা নাই। নিজৰ গুণৰ কথা কোৱাটো যুগুত নহয়। নিজে গুণবান হ'ব লাগে। সুগন্ধি ফুলৰ গোন্ধে যেনেকৈ আমোদ, মোদায়, তেনেকৈ গুণবান লোকৰ গুণো চৌদিশে বিয়পি পৰে। লোকে গুণীৰ গুণ বখানে। নিজৰ গুণ গাই কোনোৱে জয়ঢোল বাজৰ নাপায়।

এতেকে মোৰ গুণৰ কথা আৰু নকওঁ। এতিয়া কওঁ মোৰ জন্মবৃত্তান্ত আৰু মোৰ জন্মভূমিৰ কথা।

## মোৰ জন্মভূমি

মোৰ জন্মভূমি সোণৰ অসম। বৰ ভাল লাগে মোৰ এই জন্মভূমিখনণ' এইয়ে সেই ভাৰতৰ পূব প্ৰান্তত থকা মোৰ চিৰ চেনেহী অসম। অসম জননী মোৰ সঁচাকৈয়ে নিৰুপমা। অতি মনোৰমা। নানা প্ৰাকৃতিক দৃশ্যে ভৰপূৰ অসম। বৰ ভাল লাগে এই দেশৰ জলবায়ু-আচাৰ-নীতি, কাল-কৃষ্টি। অসমীয়াৰ কলা-কৃষ্টি সুকীয়া। সেই কলা-কৃষ্টি সাধনৰ আনন্দ-উৎসৱত, অসমীয়াই গায় অসমৰ জাতীয় সঙ্গীত— 'অ' মোৰ আপোনাৰ দেশ'। সেই জাতীয় সঙ্গীতৰ সুৰদী অসমীয়াই শুনে প্ৰাণৰ গান। অসমৰ বিহুগীত-বনগীত-বৰগীত-লোকগীত সুকীয়া। সেই গানবোৰ শুনি বৰ ভাল লাগে মোৰ। সবাতোকৈ ভাল লাগে অসমীয়া ডেকা-গাভৰুৱে গোৱা এটি গান। কিমান হৃদয়গ্ৰাহী সেই গানটো। গানটো হ'ল এই—

### গীত

(মিশ্ৰ সুৰ— তাল দাদ্ৰা)

মই ভাৰতীয় অসমীয়া জাতি—
মোৰ যে নীতি— ৰাষ্ট্ৰীয় সংহতি।
মই অসমীয়া লওঁ আকোৱালি
গুজৰাটী-সিন্ধি-মাৰাঠী-বঙ্গালী।
পঞ্জাবী-বিহাৰী-মাদ্ৰাজী-হিন্দুস্থানী
মেৱাৰী-নেপালী আৰু আপাটানী।
মই ভাৰতীয়.. ...... ..... ৰাষ্ট্ৰীয় সংহতি।

অকা-ডফলা কুকী-নগা-মিকিৰ
বুকুৰ সন্তান অসমী আইৰ
চাওতাল খামটী— আদি-মিছিমি-
মিজো-গাৰো-খাচী ভাই-ভাই আমি।
মই ভাৰতীয়........ৰাষ্ট্ৰীয় সংহতি।

প্ৰকৃতিৰ জীয়াৰী অসম। নদ-নদী পৰ্বত-পাহাৰ হাবি-বননিৰ প্ৰাকৃতিক দৃশ্যেৰে শোভিত মোৰ জন্মভূমি, এই সোণৰ অসমখন। অসমৰ উত্তৰে ভোট-অকা-ডফলা-মিৰি-মিছিমি-আদি জন-জাতিয়ে বাস কৰে। এওঁলোকৰ ঠিক উত্তৰে হিমালয়— প্ৰকৃতিৰ ৰম্যপুৰী—কবি-শিল্পী-সাহিত্যিক আৰু সাধু সকলৰ সাধনাৰ উৎস। অসমৰ মাজত লানি লাগি আছে, গাৰো-খাচীয়া-জয়ন্তীয়া-মিকিৰ, উত্তৰ কাছাৰ, বৰাইল আৰু নগা পৰ্বতমালা। নানা জন-জাতিৰ বাসস্থান এই পৰ্বতীয়া ঠাইবোৰ। হিমালয়ৰ ওপৰত থকা মানস সৰোবৰৰ পৰা ব্ৰহ্মপুত্ৰ নদী ওলাই আহিছে। ই অসমৰ পূবে শদিয়াৰ পৰা আহি পশ্চিমে ধুবুৰীলৈ বৈ গৈছে আৰু সাৰুৱা অসম উপত্যকাৰ সৃষ্টি কৰিছে। ভাৰতৰ ভিতৰত গঙ্গা-সিন্ধু আৰু ব্ৰহ্মপুত্ৰ নদীয়েই অতি পুৰণি আৰু আটাইতকৈ ডাঙৰ নদী। এই বুঢ়া ব্ৰহ্মপুত্ৰ নদকেই অসমত বুঢ়া লুইত বোলে। ওপৰত কোৱা দুই শাৰী পৰ্বতৰ মাজেৰে অসমৰ বুকুৰেদি বৈ গৈছে ৰূপালী ব্ৰহ্মপুত্ৰ। তাৰ ফলত এখন ধুনীয়া সেউজীয়া ভৈয়ামৰ সৃষ্টি হৈছে। ইয়াকেই অসম উপত্যকা বোলা হয়। ব্ৰহ্মপুত্ৰ নদীক লোহিতো বোলে। লোহিত নদীৰ ওপৰ ছোৱাক 'লুইত' বোলে। ব্ৰহ্মপুত্ৰ নদী অবিৰাম গতিত মোৰ জন্মভূমি অসমৰ বুকুৰেদি বৈ গৈ মহাসাগৰত বিলীন হৈছে।

অসমৰ পূবে পাটকাই পাহাৰ আৰু ব্ৰহ্মদেশ। দক্ষিণে পূব পাকিস্তান আৰু দক্ষিণ-পূবে ব্ৰহ্মদেশ। অসমৰ দক্ষিণ-পশ্চিম দিশে সুৰমা নদী বৈ গৈছে— ভাগীৰথী গঙ্গাৰ অভিমুখে। বৰাক নদীৰ দুই দাঁতিত সৃষ্টি হোৱা সুন্দৰ মনোৰম উপত্যকাই মোৰ জন্মভূমি অসমখন আৰু শুৱনী কৰি তুলিছে। অসমৰ পশ্চিমে পূব পাকিস্তান আৰু পশ্চিমবঙ্গ ৰাজ্য।

প্ৰকৃতিৰ সম্পদ অসমৰ পৰ্বত-নদী হাবি বননিৰ মাজত থাকি ডাঙৰ দীঘল হৈছোঁহক। সেই কাৰণে বৰ ভাল লাগে এই প্ৰাকৃতিক দৃশ্যবোৰ। এইবোৰৰ কথা কৈ মোৰ হেঁপাহ নপলায়। পৰম পৱিত্ৰ ব্ৰহ্মপুত্ৰ নদী। পৱিত্ৰ সলিল ধৌত অসম। যুগ যুগ ধৰি শত শত হাজাৰ-হাজাৰ বছৰ বাগৰি গৈছে— এই বুঢ়া লুইতৰ ঢৌৰ কোবাল সোঁতত। ৰূপালী লুইতৰ দুইপাৰে বালিৰ চৰ। দিগ-দিগন্ত ব্যাপি বিৰাট চাপৰি। লুইতৰ পাৰৰ সাৰুৱা মাটি। বাৰিষা কেনে-কোটাকাৰে লুইত উপচি পৰিলে পাৰ বাগৰি দাঁতিৰ মাটিত পলস পৰে। সেই পলসুৱা মাটি আৰু সাৰুৱা। শতিকা শতিকা ধৰি তাত গজি উঠিছে গছ-গছনি অটব্য হাবি। যোজন বিয়পা বহল উলুৱনি। মাজে মাজে কহুৱা বন। সেউজীয়া বননি, সেউজীয়া ঘাঁহনি আৰু সুন্দৰ ধাননি। চালে চকুৰোৱা খেতি-পথাৰ। নানা শস্যে ভৰপূৰ। নদন-বদন শস্য। অতি সুন্দৰ। এয়ে সেই অসমৰ ভৈয়ামৰ গাওঁ। এই গাওঁবোৰলৈ নামি আহে পৰ্বতীয়া জন-জাতি। ভৈয়ামৰ এই গাৱঁতেই হয় পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি।

ভৈয়ামত বাস কৰে অসমৰ নানা জাতি। নানা সম্প্ৰদায়ৰ লোক— হিন্দু-মুছলমান-বৌদ্ধ-খৃষ্টান। লুইতপৰীয়া অসমীয়া হাড়ে-হিমজুৱে অসমীয়া। অসমীয়া হিন্দু-মুছলমান বৌদ্ধ-খৃষ্টানৰ সামাজিক জীৱনত একমাত্ৰ প্ৰাণৰ বস্তু হৈছে — অসমীয়া ভাষা-কৃষ্টি আৰু কলা।

এই অসমৰ দক্ষিণ দাঁতিত মিজো পাহাৰ। অসমৰ দক্ষিণ-পশ্চিমে বঙ্গোপসাগৰ। অসমৰ পূবে থকা পাটকাই পাহাৰৰ কথা কৈছোঁহক। নগা পৰ্বতৰ দাঁতিতে পাটকাই পাহাৰ। ইয়াৰ দক্ষিণ-পূব দাঁতিত আৰু এখন সৰু পৰ্বত আছে। ইয়াৰ নাম চিংফৌ পাহাৰ। অসমৰ সৰু সৰু পৰ্বতৰ দৰে এই চিংফৌ পাহাৰখন। ইয়াৰ হাবি-জঙ্গলৰ মাজতে মই থাকোঁ। পৰ্বতীয়া চিংফৌ জন-জাতিৰ মাজত মোৰ জন্ম। সেই কাৰণে অসমৰ পৰ্বত-পাহাৰ নৈ-জুৰি হাবি-জঙ্গলৰ কথা বাৰ বাৰ কৈছোঁহক। হাবিৰ মাজত জন্ম মোৰ। সময়ত হাবিৰ বনবোৰে হেচি ধৰে মোক। মোৰ উকমুকনি লাগে। চিংফৌ জন-জাতিৰ মাজতো মই থাকো। চিংফৌসকলৰ মাতব্বৰ জনক 'বিচাগাম' বোলে। বিচাগামে বৰ মৰম কৰে মোক। কাৰণ, মই হেনো কেতিয়াও সিহঁতক মতলীয়া নকৰোঁ। অথচ গা আৰু মন বঞ্জিত হে কৰোঁ। গতিকে চিংফৌসকলে হাবিৰ মাজত কাম কৰি ভাগৰি পৰিলে মোকেই বিচাৰি ফুৰে। কাৰণ মোৰ পাত সিজাই ৰস পান কৰি সিহঁতে হেনো পৰম তৃপ্তি পায়। চিংফৌ টিকক্ পৰ্বতৰ পৰ্বতীয়া জনজাতিসকলৰ মাজত মই বেচ জনপ্ৰিয়। মোৰ জীৱনৰ আদি ছোৱাত এনেকৈয়ে অসমৰ হাবি-জঙ্গলে পৰি আছিলোঁ। ভৈয়ামৰ অসমৰ ৰাইজে তেতিয়ালৈ মোৰ খবৰ ভালকৈ পোৱা নাছিল। মাথোন ভৈয়ামৰ এগৰাকী জননেতাই মোৰ বিষয়ে সবিশেষ জানিছিল। এৱেঁই মোৰ গুণৰ কথা জানিছিল। এই গৰাকী জননেতাৰ দিনতে অসমলৈ আহিছিল বৃটিছ চাহাবসকল। ফিৰিঙ্গী চাহাবসকলৰ আগত এই গৰাকী জননেতাই মোৰ গুণৰ কথা ভাঙি-পাতি কৈছিল। অসমৰ সেই জননেতা গৰাকী ইমান সৰবৰহী আছিল যে ৰাইজে তেওঁক ৰজাৰ দৰে শ্ৰদ্ধা কৰিছিল। সেই জননেতা গৰাকীয়েও—

'ৰাইজে মোৰ ৰজা ঐ
বুকুৰে বান্ধে ঐ
ৰাইজে মোৰ সেৱাৰে থলী।'

বুলি সমূহ ৰাইজৰ প্ৰতি শ্ৰদ্ধা জনাইছিল। এওঁ সকলোৰে হিত-সাধন কৰিছিল। এই জননেতা গৰাকী হ'ল সকলোৰে নমস্য, দেশ-প্ৰেমিক মণিৰাম দেৱান। দেৱান চাহাবে দেশৰ মঙ্গলৰ কাৰণে কাম কৰোঁতে বৃটিছে তেওঁক ৰাজদ্ৰোহ অপৰাধত জগৰীয়া কৰিছিল। সেই অপৰাধত বৃটিছে তেওঁক প্ৰাণদণ্ডৰ আদেশ

দিয়ে। ৰাইজৰ হিত সাধি দেশৰ বাবে তেওঁ প্ৰাণ দিবলৈ গৈ ফাঁচীকাঠত ওলমিছিল। এতেকে দেশৰ কাৰণে প্ৰাণ দিয়া হেতু অসমৰ জননেতা* মণিৰাম দেৱান আজি মৰিও অমৰ হৈ আছে। ভাৰতে ইং ১৯৪৭ খৃষ্টাব্দত স্বাধীনতা লাভ কৰিছে। সেই বছৰৰ পোন্ধৰ আগষ্ট তাৰিখে ভাৰতে স্বাধীনতা ঘোষণা কৰিছে। তাৰ আগতে ভাৰতত বিদেশী শাসক বৃটিছসকলে শাসন কৰিছিল। বৃটিছসকল ভাৰতলৈ প্ৰথমে আহিছিল— ভাৰতত বেহা-বেপাৰ কৰিবলৈ। বেপাৰ কৰি থাকোঁতে তেওঁলোকে দেখিছিল যে তেতিয়া মোগল সম্ৰাটৰ বংশধৰসকল তথা অইন অইন ৰাজ্যৰ ৰজা আৰু শাসনকৰ্ত্তাসকল হৈ পৰিছিল দুৰ্বল। গতিকে বৃটিছসকলে তেতিয়াৰ ভাৰতৰ দুৰ্বল ৰজাসকলৰ ৰাজ্য প্ৰতিৰক্ষাৰ বাবে তেওঁলোকক সহায় কৰিছিল। আনকি যুঁজ-বাগৰ হলে, তেতিয়া বৃটিছসকলে কোনো কোনো ৰজাৰ পক্ষ সমৰ্থন কৰি যথেষ্ট সহায় কৰিছিল। শেষত গৈ এই বৃটিছসকলে কলে-কৌশলে সেইবোৰ ৰাজ্য শাসন কৰিবলৈ লৈছিল।

মোৰ জন্মভূমি অসমখন অতি পুৰণি। অতীজত এই অসমক কামৰূপ বুলিছিল। পুৰণি কালত এই অসমত ৰাজত্ব কৰিছিল ভগদত্ত-নৰকাসুৰ-বাণৰজা-ভীষ্মক আৰু বভ্ৰুবাহন প্ৰভৃতি পৰাক্ৰমী ৰজাসকলে। তাৰ বহু বছৰ পাচতহে আহোমসকল শেষত অসমলৈ আহি ইয়াত ৰাজত্ব কৰিছিল। বাস্তৱত আহোমসকল হৈ পৰিছিল হাড়ে-হিমজুৱে নিভাজ অসমীয়া। আহোম ৰজাৰ ৰাজত্ব কালতহে বিদেশৰ পৰা বেপাৰী বৃটিছ জাতি অসমলৈ আহিছিল। বৃটিছৰ আগমনৰ সময়ত স্বাধীন অসমত তেতিয়া ৰজা আছিল স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহ। এই গৰাকী ৰজাৰ দিনতে ব্ৰহ্মদেশৰ পৰা মানসকল আহি অসম আক্ৰমণ কৰিছিল। তেতিয়াৰ অসমীয়াই ব্ৰহ্মদেশৰ অধিবাসীক "মান" বুলিছিল।

অসমখন মাটিৰ অসম যদিও, বাস্তৱত অসমত ইয়ান ধন সোণ আৰু প্ৰাকৃতিক সম্পদ আছে যে, মোৰ এই জন্মভূমিৰ সমান কোনো দেশেই নাই। মোৰ জন্মভূমি অসমা-নিৰূপমা। অৰ্থাৎ কোনো কোনো পণ্ডিতৰ মতে মোৰ জন্মভূমি 'অসম'ৰ 'সম' কোনো নাছিল কাৰণেই ইয়াক 'অসম' বুলিছিল হেনো।

অসমত টকা-পইচাতকৈও ইয়াৰ প্ৰাকৃতিক সম্পদ অতুলনীয়। দৰাচলতে ইয়াৰ জলজ-বনজ-খনিজ সম্পদৰ তুলনা নাই। খনিজ সম্পদ সোণ-ৰূপ কʼত কিমান মাটিৰ তলত লুকাই আছে— তাৰ আৱিষ্কাৰেই হোৱা নাই। সোৱণশিৰি নদী এই অসমতে। সোৱনশিৰি নদীৰ বালিত সোণৰ চেকুৰা পোৱা গৈছিল কাৰণেই এই নদীৰ নাম সোৱনশিৰি। মোৰ জন্মভূমি অসমৰ প্ৰত্যেক নদী-পৰ্বত-পাহাৰ আনকি ঠাইৰ নামৰ সৈতে জড়িত আছে তাৰ পুৰণি ইতিহাস; জনপ্ৰবাদ। প্ৰাচীন ঐতিহ্যপূৰ্ণ

আৰু কিম্বদন্তীয়ে ভৰা এয়ে সেই মোৰ দেশ। মাটীয়া তেল, খাৰুৱা-তেল, পনীয়া-সোণ, পেট্ৰ'ল, কয়লা, কেৰাচিন, অসমৰ ঠায়ে ঠায়ে আছে।

মই যে কি অমূল্য সম্পদ, মোৰ যে কি আদৰ, 'মানইতে' মোৰ মোল বুজা নাছিল ঠিকেই, আনকি আমাৰ অসমৰ ভৈয়ামৰ সকলো মানুহে মোক চিনি পোৱা নাছিল। মানইত আহিছিল ধন-সোণ লুটিবলৈহে। গতিকে সিহঁতে মোক ভ্ৰূক্ষেপ কৰা নাছিল। সিহঁতে শুনিছিল হেনো 'অসম'খন মাটিৰ অসম হলেও বাস্তৱত সোণৰ অসমহে। এতেকে মানইতে অসমৰ ধন-সোণ লুট কৰিছিল। তাৰ প্ৰতিবাদ কৰি কোনোৱে বাধা দিলে তেওঁৰ ওপৰত অত্যাচাৰ, উৎপীড়ন আৰু উপদ্ৰৱ কৰিছিল।

সেই কালতে আহোম ৰজাসকলৰ মাজত ৰজা ভঙা-পতা হৈছিল। বিষয়-ববীয়াৰ কূটনীতি আৰু ষড়যন্ত্ৰত যেতিয়া ৰাজ্যত ৰজা ভঙা-পতা হয় তেতিয়া ৰাষ্ট্ৰবিপ্লৱ হোৱা বোলে। গতিকে অসমতো সেই সময়তে হৈছিল ৰাষ্ট্ৰবিপ্লৱ। ইপিনে মানৰ আক্ৰমণ, সিপিনে আহোমৰ ৰাজধানীত ৰজা ভঙা-পতা। এতেকে প্ৰজাৰ মাজতো শান্তি নোহোৱা হৈছিল, কাৰণ মানৰ অত্যাচাৰ উৎপীড়নত প্ৰজাৰ পেটতে হাত-ভৰি লুকাইছিল।

*বেপাৰী বৃটিছ জাতিয়ে আহোম ৰজাসকলৰ দুৰ্বলতাৰ কথা জানিছিল। সেই কাৰণে তেওঁলোকে আহোম ৰজা সকলক সহায় কৰিবলৈ হেঁপ্ চাই আছিল।* মানইতে প্ৰজাক নানা অত্যাচাৰ কৰি ৰাজ্যৰ পৰা ধন-সোণ লুটপাট্ কৰিছিল আৰু সকলোকে মাৰি-কাটি নগুৰ শাস্তি দিছিল। সেইবাবে অসমৰ প্ৰজাৰ মাজত হৈছিল হাহাকাৰ। ৰাজ্যত এনে হুলস্থুল লগাত আৰু অশান্তি হোৱাত আহোম ৰজাই মানৰ আক্ৰমণৰ পৰা প্ৰজাক ৰক্ষা কৰিবলৈ অপাৰগ হৈছিল। গতিকে আহোম ৰজাইও তেতিয়া অসমত থকা বৃটিছসকলৰ সহযোগিতা বিচাৰিছিল। সেই সুযোগ লৈ বৃটিছসকলে আহোম ৰজাক সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। আহোম ৰজাই শেষত বৃটিছৰ সহায়ত মানৰ অত্যাচাৰৰ পৰা প্ৰজাক ৰক্ষা কৰিছিল আৰু মানইতক অসমৰ সীমাৰ বাহিৰ কৰি খেদি দিছিল।

মানৰ আক্ৰমণৰ পাচত অসমত আহোম ৰজাসকলৰ শেষ ৰজা আছিল স্বৰ্গদেউ পুৰন্দৰ সিংহ। বৃটিছৰ সহায়ত অসমৰ পৰা মানইতক খেদিলে সঁচা কিন্তু ইয়াণ্ডাবু নামে ঠাইত, বৃটিছ আৰু আহোম ৰজাৰ মাজত এটা বুজা-পৰা হ'ল। মানৰ লগতো সন্ধি হ'ল আৰু বৃটিছৰ লৈতেও বিশেষ বন্ধুত্ব স্থাপন হ'ল। সেই সন্ধি হৈছিল ইং ১৮২৬ খৃষ্টাব্দত। এই ইয়াণ্ডাবু সন্ধি অসম বুৰঞ্জীত স্মৰণীয় হৈ থাকিব। সেই সন্ধিৰ মৰ্মে বৃটিছৰ বেপাৰী দলে অৰ্থাৎ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমত নিগাজীকৈ থাকিবলৈ ললে। অৱশেষত ৰজা পুৰন্দৰ সিংহৰ নামত তেওঁলোকে

অসমৰ শাসন-প্ৰণালী চলাবলৈ ধৰিলে। তাৰ ফলত স্বাধীন অসমৰ আহোম ৰজা স্বৰ্গদেৱ পুৰন্দৰ সিংহ নামতহে ৰজা হৈ থাকিল। 'গোজে গছ' হোৱাৰ দৰে বৃটিছ বেপাৰীসকল অসমত থাকি আহোম ৰাজ্যৰ প্ৰশাসন চলাবলৈ ধৰিলে। অসমত তেতিয়াৰ পৰা বাস্তৱত বৃটিছ ৰাজত্বৰ পাতনি তৰা হ'ল।

বৃটিছসকলৰ সৈতে আমাৰ আহোম ৰজাৰ বিষয়ববীয়া সকলৰ ডা-ডাঙৰীয়া জনদিয়েক শদিয়ালৈ গৈ মানহঁতক সীমাৰ বাহিৰ কৰি দিছিলগৈ। নিউভিল, কৰ্ণেল চাৰ্জন, কেপ্টেইন চাৰ্লটন্ বেডিংফিল্ড চাহাবৰ লগত শদিয়ালৈ গৈছিল ভোলানাথ পৰ্বতীয়া ফুকন আৰু মণিৰাম দুৱাৰা। বেডিংফিল্ড্ চাহাবক বিৰিম্‌ফিন্ বুলিছিল।

তেতিয়া অসমলৈ অহা ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাহাবসকল আছিল মস্ত বেপাৰী। অসমত কি বস্তু ক'ত পোৱা যায়, তেওঁলোকে তলে তলে তাৰহে খবৰ কৰিছিল। পৰ্বতীয়া জনজাতিৰ সৈতে চাহ-খাই থাকোঁতে, চাহাবে কেনেকৈ মোৰ খবৰ বৃটিছ চাহাবসকলৰ কথা অসম বুৰঞ্জী আৰু ভাৰত বুৰঞ্জী পঢ়িলে সবিশেষ জানিবলৈ পোৱা যায়। এওঁলোকৰ চলন-ফুৰণ, পিন্ধন-উৰণ, খোৱা-লোৱা, কথা-বতৰা আৰু কাম কৰাৰ ধৰণ সুকীয়া। পিচে, এদিন উক্ত চাহাবসকলৰ শদিয়াত থকা বাহৰলৈ আহিল বিচাগাম।

তেতিয়া বিৰিম্‌ফিন চাহাবে দুপৰীয়াৰ ভোজন কৰি উঠিছিল মাথোঁ। এনেতে 'বিচাগাম' হ'ল চাহাবৰ আলহী। এতিয়া চাহাবে আলহীক সোধ-পোছ কৰে কিহেৰে? আগতে আমাৰ অসমীয়াই অতিথি সেৱা কৰিছিল কোমল চাউল-দৈ-চিৰাৰ সৈতে কুঁহিয়াৰৰ পেৰাগুড়েৰে। পাচত আজি-কালি সভ্যতাৰ পোহৰ পাই 'চাহ-পানী' টুপিৰে সকলোৱে আলহী সোধে। সেই সময়ত অসমলৈ অহা চাহাবসকলে অসমীয়া জলপানৰ কথা বিশেষকৈ নাজানিছিল। তেওঁলোকৰ লগত আছিল চীনা-চাহ। তেতিয়া চীনদেশীয় চাহ বিলাতত কিনিবলৈ পোৱা গৈছিল। কাৰণ পৃথিৱীত পোন-প্ৰথমে চীনাসকলে চাহ আবিষ্কাৰ কৰিছিল। এতেকে চীন দেশতেই পৃথিৱীৰ ভিতৰত প্ৰথম চাহ উৎপন্ন হৈছিল— ভোগৰ সামগ্ৰী হিচাবে। গতিকে সেই চীনদেশীয় চাহ বৃটিছ চাহাবে লগত আনিছিল। অসমত তেওঁলোকে তেতিয়া চীনদেশীয় চাহ খাইছিল। কাৰণ তেতিয়ালৈ চাহাবসকলে অসমত মোৰ সন্ধান পোৱা নাছিল।

বিলাতী চাহাবে সেই চীনদেশীয় চাহ অসমলৈ আনিছিল কাৰণ বজাৰত চাহপাতৰ ব্যৱসায়ত চীনদেশীয় চাহপাতৰ বাহিৰে আইন চাহ কিনিবলৈ পোৱা নগৈছিল। সেই সময়ত চীনা সকলে পৃথিৱীত চাহ-পাতৰ ব্যৱসায়ত একচেটীয়া বজাৰ দখল কৰিছিল।

চাহাবৰ বাহৰত ৰিচাগাম আহিলত, বিৰিমফিন চাহাবে চীনদেশৰ পৰা অনা চাহৰ পানী এবাটি 'গাম'ক খাবলৈ দিলে। গামে পানী খায়েই 'ফানাপো' বুলি মাত লগাই উঠিল। 'চিংফো'ই চাহপাতক যে 'ফানাপো' বোলে এইকথা মণিৰামে চাহাবক বুজাই দিলে। চাহাবে 'ফানাপো'ৰ গুটিদিয়েক খুজি পঠালে। গামে গুটি-পুলি আটাইবোৰ আনি চাহবক দিলে।



চাহাবে ভাবিব পৰা নাছিল যে অসমত চাহগছ আছে। চাহাবে সঁচাকৈয়ে বিশ্বাস কৰিবলৈ টান পাইছিল যে অসমতো ঠায়ে ঠায়ে অসমবাসী আৰু তথা ইয়াৰ জনজাতিয়েও চাহ খাইছিল। যি চাহ পৃথিবীৰ সভ্য জাতিসকলে খায়, সেই চাহো যে অসমত থাকিব পাৰে, অসমবাসী আৰু চিংফৌৰ জনজাতিসকলে যে সেই চাহ খাব পাৰে তাৰ তেওঁলোকে কল্পনা কৰিব নোৱাৰিছিল। সেই কাৰণে তেওঁ অসমৰ চাহৰ গুণৰ কথা অৰ্থাৎ চিংফৌসকলৰ 'ফানাপো'ৰ কথা মণিৰাম দেৱানক সুধিছিল। মণিৰাম দেৱানে কলে, "যি পাতৰ পানীয়ে বাগী নলগায় অথচ গা-মন ৰজিতহে কৰায়, সেই পাতেই এই চাহ।" বেডিংফিল্ডৰ লগত যোৱা মণিৰামৰ মুখতেই পোন প্ৰথমে অসমৰ এই চাহৰ কথা গুনায়। আৰু চিংফৌসকলে— টিকক্ পৰ্বতৰ ওচৰত থকা দোৱনীয়াবিলাকে, 'বিৰিমফিন্' আৰু 'মণিৰাম'ক চাহগছৰ আবিষ্কাৰ্ত্তা বুলি কয়। এতেকে মণিৰাম দেৱানেই অসমৰ চাহৰ প্ৰথম আবিষ্কাৰক।

আগতে উল্লেখ কৰি অহা তৈয়ামৰ জন-নেতা— এইয়া মণিৰাম দেৱান। এওঁৱেই মোৰ গুণ আৰু মোল বুজি চাহাবসকলৰ আগত মোক চিনাক্ত কৰি দিছিল। তেতিয়াৰ পৰা ইংৰাজ চাহাবে মোৰ অন্বেষণ কৰি চিংফৌ পাহাৰ চলাথ কৰিছিল।

অসমৰ মই কি অমূল্য সম্পদ! জগতৰ অইন সভ্য জাতিয়ে তেতিয়াও মোৰ সন্ধান পোৱা নাছিল। আচলতে মই যে অসমৰ অমূল্য সম্পদ তাকো ইংৰাজসকলে সন্দেহৰ চকুৰে চাইছিল। সেইকাৰণে কেপ্টেইন চাৰ্লটন চাহাবে চিংফৌ পাহাৰলৈ আহি মোৰ খবৰ কৰিছিলহি আৰু লিৰিকি বিদাৰি চাইছিল।

মই তেতিয়াও মোৰ জন্মভূমি অসমতে পৰ্বতীয়া জন-জাতিৰ মাজত আছিলোঁহক। ইতিমধ্যে চাৰ্লটন চাহাবে, তেতিয়াৰ অসম উপত্যকাৰ ভাৰপ্ৰাপ্ত জেনকিন্স্ চাহাবক জনালে যে, মই চিংফৌ পাহাৰৰ জন-জাতিৰ মাজত আছোঁ। ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাহাবসকলে 'লৰ্ড বেণ্টিঙ্ক'কো সেই খবৰ দিলে। বেণ্টিঙ্ক চাহাবে এই খবৰ পাই মোৰ বিষয় লৈ এখন কমিটী পাতিলে। এই কমিটীৰ নাম আছিল— 'টি কমিটী'।

মোৰ বিষয়ে বিশেষ গবেষণাৰ বাবে মোৰ বংশ গোষ্ঠী কেইজনমানক কলিকতালৈ পঠাই দিলে। ইংৰাজ চাহাবসকলে কলিকতাত অসমৰ চাহগছ আৰু চীনদেশীয় চাহপাতৰ গছৰ লগত কি মিল আছে, তাক তন্নতন্নকৈ ফঁহিয়াই চাব ধৰিলে।

মই কিন্তু চীনদেশীয় চাহ নহওঁ দেই। মোৰ জন্ম অসমত। মোৰ জন্মভূমিৰ নামেৰে যদি মোক চিনাক্ত কৰে, তেন্তে বৰ ভাল কথা। কিন্তু তাকে নকৰি যদি মোৰ গুণৰ বিশেষত্ব মানি নলৈ চীনা-চাহৰ সৈতে একে বুলি কয় তেন্তে তাত মোৰ আপত্তি। জন্মভূমিৰ নামত চিনাক্ত হওঁতে আৱশ্যক হলে মই সকলো স্বাৰ্থ ত্যাগ কৰিম। নিজক বলিদান দি হলেও জন্মভূমিৰ নামেৰে মই চিৰ পৰিচিত.হব বিচাৰোঁ। সেইবাবে মই পৰ্বতৰ মাজত থাকি ৰিঙিয়াই ৰিঙিয়াই কওঁ যে মই চীনা চাহ নহওঁ। গতিকে পৰ্বতীযা হাবিয়নীয়া ঠাইত থাকি মই দৃঢ় সঙ্কল্প কৰিলোঁ যে মোৰ গুণেৰে জগতত এদিন মই 'অসমৰ চাহপাত' বুলি প্ৰমাণ কৰিম আৰু মই মোৰ জন্মভূমিৰ নাম উজ্জ্বল কৰিম।

# দ্বিতীয় অধ্যায়

# চাহ কমিটীৰ গবেষণা

## (ক)

বৃটিছ চাহাবসকলে ভাবিছিল যে মোৰ বংশ পৰিয়াল চীনদেশীয় চাহৰ সৈতে অবিকল একে। সেই কাৰণে চীনদেশৰ পৰা মোৰ বংশ গোষ্ঠী বিচাৰি ভাৰতলৈ আনিব হেনো।

তেতিয়াৰ অসম বৃটিছৰ অধীনত অহা বুলি কৈছোঁহঁক। সেই সময়ত অসমৰ কমিশ্যনাৰ চাহাব আছিল— ডেভিড্ স্কট্। তেতিয়াৰ অসম উপত্যকাৰ শাসনভাৰ প্ৰাপ্ত চাহাব আছিলকেপ্তেইন জেন্‌কিঞ্চ। শদিয়াত চাৰ্লটন্ চাহাব আছিল যে তাক আগতে উল্লেখ কৰিছোঁহঁক। সেই সময়ত আৰু এজন চাহাব শদিয়াত থাকিবলৈ লৈছিল। তেওঁৰ নাম আছিল চি এ ব্ৰুচ্। এই কেইগৰাকী চাহাবে অসমলৈ আহি নিজৰ কৰ্ত্তব্য কৰিছিল। প্ৰত্যেকৰে সুকীয়া সুকীয়া ক্ষমতা আছিল। কোনোৱে আকৌ' কোম্পানীৰ বিষয়া আছিল। কোম্পানীৰ বিষযা সকলোৰে একে ক্ষমতা নাছিল। নিজৰ নিজৰ কামৰ গণ্ডী অনুসৰি ক্ষমতা সীমিত আছিল। ব্যক্তিগত জীৱনৰ যোগ্যতাত তেওঁলোকে সেই ক্ষমতাৰ মাপকাঠিৰ কথা ভাবা নাছিল। কামৰ সৰু-বৰৰ গুৰুত্ব আৰোপ কৰি তেওঁলোকে মান বিচাৰি ফুৰ নাছিল। অৰ্থাৎ কোনো বৃটিছ চাহাবে কিম্বা এটা সৰু কাম কৰিলেও, ডাঙৰ কাম কৰা বৰপদবী পোৱা চাহাবে তেওঁক হেয় চকুৰে নাচাইছিল। কাৰণ, তেওঁলোকৰ মানত কামৰ সৰু বৰ নাছিল।

### গুণৰ পূজা

পিচে বিলাতৰ পৰা অহা চাহাবসকল মোৰ কাৰণে বৰ ব্যতিব্যস্ত হৈ পৰিছিল। পূৰ্বে কৈছোঁ যে বৃটিছসকল বৰ বেপাৰী। তেতিয়া চীনদেশীয়া চাহৰ ব্যৱসায় আছিল একচেতীয়া। মই হলে অসমৰ পাহাৰৰ দাঁতিত হাবি-বনে আছোঁদেই। সঁচাকৈ যদি মই প্ৰকৃত চাহ হওঁ, তেন্তে মোক প্ৰতিপাল কৰি, অসম তথা ভাৰতত চাহাবসকলে চাহৰ খেতি কৰিব পাৰিব। তেতিয়াহলে তেওঁলোকে আৰু চীনদেশৰ পৰা চাহ আনিব

নালাগে। ভাৰতৰ অসমতে চাহ উৎপন্ন কৰিব পাৰিব। সেই কাৰণে কলিকতালৈ মোৰ বংশ পৰিয়াল নিলে। তাত পৰীক্ষা কৰি দেখিছিল মই আচল খাটি চাহ হওঁনে নহওঁ। তেওঁলোকৰ প্ৰথমে এটা ভুল ধাৰণা আছিল। সেই ধাৰণাটো হ'ল যে— মই জঙ্গলৰ জঙ্গলী উদ্ভিদ হে। তেওঁলোকৰ সন্দেহ আছিল কিজানি মই খাটি চাহপাত নহওঁ। গতিকে মোৰ বংশ পৰিয়ালহঁতক পোন প্ৰথমে কলিকতাৰ উদ্ভিদবিজ্ঞানীসকলে অৱহেলা কৰিছিল। এই প্ৰসঙ্গত এটা কথা উল্লেখ কৰাটো সমীচীন হ'ব যে কাৰোবাৰ যদি প্ৰকৃত গুণ থাকে, কোনো কোনো মানুহে প্ৰথমতে তেওঁৰ গুণৰ মোল নুবুজি আদৰ নকৰিব পাৰে। কাৰণ গুণৰ মোল গুণীলোকেহে বুজিব পাৰে। কিন্তু শেষত এনে এটা দিন আহে যিদিনা গুণৰ পূজা নিশ্চয় হয়। এই কথা মোৰ জীৱনত ফলিছে।

কলিকতাত থকা উদ্ভিদ-বিজ্ঞান গবেষণাগাৰলৈ চাৰ্লটন্ চাহাব আৰু ব্ৰুচ চাহাবে মোৰ ওচৰ-চুবুৰীয়া বংশ-পৰিয়াল আটাইকে পঠালে। চাহাবসকল কিমান অধ্যৱসায়ী, কিমান পৰিশ্ৰমী, কিমান কষ্টসহিষ্ণু, তেওঁলোকক নেদেখাজনে কোৱা কঠিন। কোনো এটা কাম হাতত ললে, সেই কামটো সমাধা নহয় মানে, এওঁলোকে একেৰাহে নেৰানেপেৰাকৈ লাগি থাকে। কৰ্ত্তব্য কৰোঁতে যে কি ধৈৰ্য্যৰ পৰিচয় দিয়ে! চাহাবসকলে কৰ্ত্তব্য শেষ নহয় মানে যেনেকৈ কামত লাগি থাকে, তাকে দেখি তবধ মানিব লাগে।

চাৰ্লটন্ চাহাবে কেৱল কলিকতালৈ মোৰ বংশ পৰিয়াল পঠায়েই ক্ষান্ত নাথাকিল। চিংফৌসকলৰ লগত মোক চাবলৈ কেবাদিনো আহিছিল। এইজনা চাহাবে মোক বৰ মৰম কৰিছিল। বহুদিন মোৰ ওচৰলৈ আহি মৰমেৰে মোৰ মূৰত হাত বুলাইছিল। মোৰ ওচৰ পালেই লিৰিকি-বিদাৰি চায়। সন্তানক মাকে মৰম কৰাৰ দৰে তেওঁ মোক মৰম কৰিছিল। চীন দেশত মাতৃয়ে সন্তানৰ মূৰ সুঙি মঙ্গল কামনা কৰে সেইদৰে চাৰ্লটন্ চাহাবেও মোক যে কতদিন কতবাৰ মূৰ সুঙিছিল তাৰ লেখ নাই এই গৰাকী চাহাবে অসমৰ কমিচনাৰ চাহাবক কৈছিল মই হেনো অসমৰ প্ৰধান সম্পদ— ভাৰতৰ ৰত্ন স্বৰূপ।

## একেবাৰে নোৱাৰিলে এশবাৰ কৰা

ব্ৰুচ্ চাহাবো কম নাছিলদেই। তেওঁ আছিল নেৰানেপেৰাকৈ চেষ্টা কৰাত পাৰ্গত। তেওঁ কাম কৰি কৰি ভাগৰি নপৰিছিল কিন্তু। সততাই কোনো কামত কৃতকাৰ্য্য হ'ব নোৱাৰিলে, সেই কামত সফলতা লাভ নকৰে মানে, তেওঁ চেষ্টা এৰি নিদিছিল। একেবাৰে নোৱাৰিলে, এশবাৰে কৰি এওঁ [illegible] সফলতা লাভ কৰিহে আনন্দ লভিছিল।

ব্ৰুচ্ চাহাবে তেওঁৰ সুন্দৰ বাগিচাত মোক আপডাল কৰিবলৈ ধৰিলে। অসম উপত্যকাৰ শাসনভাৰপ্ৰাপ্ত জেন্‌কিঞ্চ চাহাবে, চাৰ্লটন্ চাহাবৰ মুখত মোৰ আঁতিগুৰি আৰু বংশ গোষ্ঠীৰ সবিশেষ জানিছিল। সেই কাৰণে কলিকতালৈ পঠোৱা মোৰ বংশ গোষ্ঠীৰ প্ৰকৃত পৰিচয় বিচাৰ কৰি, মোক চিনাক্ত কৰাৰ উদ্দেশ্যে চাহাবসকল উঠিপৰি লাগিছিল। তেওঁলোকে মোৰ জন্ম-বৃত্তান্ত পাই চীনা চাহৰ গোষ্ঠীৰ লগত মোক ৰিজাই চালে। মোৰ ভাই-ভাগী বংশ-গোষ্ঠীৰ গঢ়-গতি ৰেহ-ৰূপ চাই চীনা চাহৰ লগত বহু সমিল-মিল পাইছিল হেনো। চাহাবসকলে প্ৰথমে কলে যে চীনা চাহৰ সৈতে মই হেনো অবিকল একে। মোৰ আৰু চীনা চাহৰ মাজত হেনো অকণো পাৰ্থক্য নাই।

কলিকতাৰ উদ্ভিদ-বিজ্ঞানীসকলৰ এই সিদ্ধান্তৰ খবৰ পাই লৰ্ড বেণ্টিঙ্কৰ হেনো অতি আনন্দ। অসমত থকা বৃটিছ চাহাবসকলেও এই খবৰ পালে। 'এনেই বুঢ়ী নাচনি, তাতে আকৌ নাতিনীয়েকৰ বিয়া'ৰ যি আনন্দ, অসমত থকা সেই চাহাবসকলৰো হেনো সেই আনন্দই হৈছিল। বিজ্ঞানৰ গৱেষণাকাৰী সকলে ঘোষণা কৰিলে যে, মই হেনো চীনা চাহ। মোৰ আৰু চীনদেশীয় চাহৰ হেনো একো পাৰ্থক্য নাই। মোৰ মনৰ অৱস্থা তেতিয়া কি হৈছিল কি কম? মই কিন্তু তেতিয়া বিদ্ৰোহী হৈ উঠিলোঁ। বিদ্ৰোহ কৰিবলৈ মোৰ মন গ'ল। কাৰণ উদ্ভিদ-বিজ্ঞানীসকলে মই জন্মলাভ কৰা ভৌগোলিক অঞ্চলটোৰ অৱস্থাৰ কথা দকৈ গমি নাচালে। এই কমিটীয়ে চীনদেশৰ পৰা তিব্বতীয় অঞ্চল, থাইলেণ্ড, ব্ৰহ্মদেশ, চিংফৌ, শদিয়া, অসম, মণিপুৰ পৰ্য্যন্ত যে চাহগছ অ'ত ত'ত গজি আছে, সেইকথা চিন্তা কৰি নাচালে।

মোৰ জন্ম ভাৰতৰ— অসমত। মই খাচ অসমীয়া। এতেকে মই কেতিয়াও চীনা চাহ নহওঁ। আকৃতিত মানুহ দেখিবলৈ একে হ'ব পাৰে। কিন্তু চীন দেশৰ মানুহ আৰু আফ্ৰিকা মহাদেশৰ মানুহ দেখিবলৈ একে নহয়।

লৰ্ড উইলিয়াম বেণ্টিঙ্ক্ তেতিয়া ভাৰতৰ গভৰ্ণৰ জেনেৰেল আছিল। এই গৰাকী শাসনকৰ্ত্তাৰ তত্ত্বাৱধানত মোৰ বিষয় লৈ এখন কমিটী পাতিছিল। এই চাহ কমিটী ইংৰাজী ১৮৩৪ খৃষ্টাব্দৰ জানুৱাৰীত আৰম্ভ হৈছিল। সেই কমিটীৰ আৰু এজন সভ্য আছিল— জি. জে. গৰ্ডন্। তেওঁক চীনদেশলৈ পঠোৱা হৈছিল চীনৰ পৰা চাহগুটি আৰু গুলি আনিবলৈ। ভাৰতত চাহৰ খেতি কৰিবৰ উদ্দেশ্যে চীনদেশীয় চাহ খেতিয়কক আনিবলৈ গৰ্ডন চাহাবক চীনলৈ পঠোৱা হৈছিল। ডেভিড্ স্কট্ আৰু কেপ্টেইন্ জেনকিন্স্ চাহাবে চাৰ্লটন্ আৰু ব্ৰুচ্ চাহাবৰ পৰা

চিংফৌ পাহাৰত মই থকা খবৰ আগতে পাইছিল। ইপিনে কলিকতাৰ উদ্ভিদ বিজ্ঞানাগাৰত ঘোষণা কৰিলে যে মোৰ জ্ঞাতি-ভাই, বংশ-গোষ্ঠী চীনদেশীয় চাহৰ অঙ্গহী-বঙ্গহী। এতেকে গৰ্ডন চাহাবে চীনদেশৰ পৰা চাহগুটি বা পুলি অনাৰ আৱশ্যক নপৰে। তেওঁক সোনকালে উভতি আহিবলৈ নিৰ্দ্দেশ দিয়া হ'ল; কাৰণ অসমত পোৱা চাহগছৰ পৰা চাহপাত উৎপন্ন কৰিব পাৰা যাব। অসমত চাহখেতি কৰাৰ চেষ্টা কৰিলে এসময়ত ভাৰতত চাহৰ শিল্প গঢ়ি উঠিব যে তাত সন্দেহ নাই। গতিকে অসমত থকা চাহাবসকলে মোৰ বিশেষ যত্ন লব ধৰিলে। তেতিয়া ভাৰতত মোৰ বিষয়ে গবেষণাকাৰীসকলে চৰকাৰৰ তৰফৰ পৰা ঘোষণা কৰিলে যে চিংফৌ পাহাৰত যি চাহগছ পোৱা হৈছে, সেই চাহগছ আৰু চীনদেশীয় চাহগছ একে। সেই কাৰণে কোম্পানীৰ চাহাবসকলে আৰু বৃটিছ বিষয়াসকলে অসমত থকা মোৰ বংশ-পৰিয়াল আত্মীয়-স্বজন মিতিৰ-কুটুম্বৰ অন্বেষণ কৰি বিচাৰি উলিয়ালে। এওঁলোকে তেতিয়া আমাৰ বংশ বৃদ্ধি আৰু ক্ৰমোন্নতিৰ বাবে বিশেষ যত্নেৰে আমাক প্ৰতিপালন কৰিবলৈ ধৰিলে।

## অসমৰ টোকলাই বাগান

তেতিয়া ফিৰিঙ্গীসকলে মোৰ বিষয়ে গবেষণা কৰিছিল কলিকতাত। আজিকালি অসমতে— 'টোকলাই' বাগানতহে মোৰ বিষয়ে গবেষণা কৰিবলগীয়া প্ৰাথমিক পৰীক্ষামূলক প্ৰয়োজনীয় কামবোৰ সমাধা কৰে। দকৈ নুগুণাকৈ গবেষণা কৰি বিজ্ঞানৰ পৰীক্ষাগাৰত মোৰ বিষয়ে তেতিয়া চাহাব সকলে কলিকতাত ওপৰে ওপৰে পৰীক্ষা কৰি যি ঘোষণা কৰিলে সেই খবৰ পাই মই বিক্ষোভিত হলোঁ।

## চাহ কমিটী

বৃটিছ চৰকাৰে চাহ কমিটী পাতিছে। সেই কমিটীয়ে মোৰ উন্নতিৰ কাৰণে চেষ্টা কৰাত মোৰ আপত্তি নাই। কিন্তু চাহ কমিটীৰ দ্বাৰা নিযুক্ত গবেষক-সদস্যসকলে দকৈ নুগুণি যি প্ৰতিবেদন দাখিল কৰিলে তাত মোৰ ওজৰ-আপত্তি আছে। কাৰণ সেই প্ৰতিবেদন নিৰ্ভুল নহয়। চাহ কমিটীয়ে চাহ উৎপন্ন হোৱা ভৌগোলিক অঞ্চলৰ কথা এবাৰো ভাবি নাচালে। চীনদেশৰ পৰা তিব্বতীয় অঞ্চলেৰে অসম মণিপুৰ পৰ্য্যন্ত বিয়পি থকা, চাহগছ হোৱা জলবায়ুৰ যি ভৌগোলিক অঞ্চল আছে, সেই ভৌগোলিক অঞ্চলটো অবীণ কৰি, সেই বিষয়ে এই উদ্ভিদ-বিজ্ঞানীসকলে চাহ কমিটীৰ প্ৰতিবেদনত উল্লেখ কৰা নাছিল। মই ওপজা জলবায়ুৰ তথ্য লৈ মোৰ দৰে উদ্ভিদ যে তেনেকুৱা জলবায়ুৰ ভৌগোলিক অঞ্চলত

জন্মিব পাৰে, সেই কথা চাহ কমিটীয়ে এবাৰো ভাবি নাচালে। গতিকে চাহ কমিটীৰ প্ৰতিবেদনৰ তথ্যত ভুল থাকি গ'ল। সেই কাৰণে চীনদেশীয় চাহৰ লগত মোক অবিকল একে বুলি ঘোষণা কৰাত, মই সেই প্ৰতিবেদনৰ মৰ্মে চীনদেশীয় চাহ বুলি কেতিয়াও পৰিচয় নিদিওঁ। আচলতে সেই প্ৰতিবেদনত মোৰ গুণৰ কথা নাই। আৰু এনে গৱেষণাত আচল তথ্য নাই।

সেই প্ৰতিবেদনত আছে অশেষ আসোঁৱাহ। গৱেষণাকাৰীয়ে মোৰ আচল গুণ পৰীক্ষা কৰা নাই। দৰাচলতে চাহ কমিটীৰ এই প্ৰতিবেদন অসঙ্গত। চাহ কমিটীৰ খাম-খেয়ালী মই মানি লব নোৱাৰিলোঁ। কাৰণ মোৰ গুণ আৰু যোগ্যতা অস্বীকাৰ কৰি, চাহ কমিটীয়ে মোৰ প্ৰতি অন্যায় কৰিছে। তেতিয়া বৃটিছ চৰকাৰৰ প্ৰতিনিধি তথা ভাৰত চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা সম্ভৱ নহয় যে তাক মই জানিছিলোঁ। তদুপৰি মোৰ ৰক্ষণাবেক্ষণ আৰু প্ৰতিপালনত কোম্পানীৰ চাৰকাৰে মোক সকলো প্ৰকাৰে সহায় কৰি আহিছে। সেই কাৰণে মই অসমৰ এই নতুন শাসনভাৰ লোৱা চৰকাৰৰ ওচৰত চিৰকৃতজ্ঞ। কিন্তু মোৰ অন্তৰত বিক্ষোভ হ'ল। কাৰণ, মোৰ জন্ম ভাৰতৰ পূবপিনে থকা অসমত। মই আচল অসমীয়া, কেতিয়াও 'চীনা' নহওঁ। মই মানুহ হওঁ বা জন্তুৱেই হওঁ অথবা উদ্ভিদেই হওঁ, মোৰ জন্ম ভাৰতৰ পূবফালে অৱস্থিত সোণৰ অসমত। মই কেতিয়াও চীনদেশীয় নহওঁ। কিয়নো ভাৰতীয় আৰু চীনদেশীয় লোকৰ মাজত বহু পাৰ্থক্য। ভাৰতৰ অসমবাসীৰ গাৰ বৰণ তাম বৰণীয়া। চীনদেশৰ মানুহৰ গাৰ ৰং জানো অসমীয়াৰ দৰে? কেতিয়াও নহয়। চীনাসকলৰ ৰং পীতবৰ্ণ অৰ্থাৎ হালধীয়া। গতিকে চীনা চাহ আৰু অসম চাহ অবিকল একে হ'ব নোৱাৰে। চীনদেশীয় চাহবোৰ মিচ্‌মিচীয়া কলা। আৰু মই? মই অসমীয়া— আহোমসকলৰ দৰে ওখ আৰু ডাঙৰ-দীঘল। মই কেতিয়াও কঁটীয়া নহও। চীনা সকলৰদৰে চুটি-চাপৰ নহওঁ। মোৰ ৰং ঘিট্‌মিটীয়া এক্কাৰৰ দৰে কলা নহয়। সচাঁকৈ মোৰ বৰণ সুকীয়া। চীনদেশীয় চাহ থাকিব পাৰে দাৰ্জিলিং বা উত্তৰ ভাৰতত। মই থাকোঁ অসমৰ পূব চুকত। মোক চীনদেশীয় চাহৰ লগত একে বুলি ঘোষণা কৰা মানে মোৰ অস্তিত্ব অস্বীকাৰ কৰা।

## আত্মসন্মান আৰু আত্মমৰ্য্যাদা সবাতো শ্ৰেষ্ঠ

বৃটিছ চৰকাৰে ভাৰত শাসনৰ নামত এইবোৰ কি কৰিছে? মোৰ জন্ম অসমৰ হাবি-জংঘলত। মই আজীৱন স্বাধীন। চাহাবৰ কোম্পানীয়ে মোৰ পাতবোৰ কুঁহিতে কাটি নি মোৰ পৰা ভোগৰ সামগ্ৰী তৈয়াৰ কৰিব। কুঁহিপাতেই সম্পদ মোৰ। মোৰ যথাসৰ্বস্ব হৰণ কৰাৰ উদ্দেশ্যে চৰকাৰে 'চাহ কমিটী' পাতিছে। মোৰ গুণাগুণ

যহিয়াই চাই 'চাহ কমিটী'য়ে গবেষণা কৰি প্ৰতিবেদন দাখিল নকৰিলে। বিদেশী চৰকাৰৰ চাহ কমিটীয়ে মোৰ মোল কি বুজে? শাসন-প্ৰশাসনৰ অজুহাত দেখুৱাই বিদেশীয়ে মোক শোষণ কৰাৰ পাং পাতিছে। শেষত মোৰ নিজা নামটো লোপ কৰি মোৰ আত্মমৰ্য্যাদাত আঘাত কৰিলে। আত্মসন্মান আৰু আত্মমৰ্য্যদা সবাতোকৈ শ্ৰেষ্ঠ। চীনদেশীয় বস্তুৰ লগত মোক একেজাতীয় বুলি ধৰি লোৱাত কোম্পানীৰ সবাতো শ্ৰেষ্ঠ চৰকাৰে বাস্তৱতে মোৰ গুণৰ অবমাননা কৰিলে। মোৰ আচল গুণ অস্বীকাৰ কৰি, লোক-চক্ষুত অৰ্থাৎ জনসাধাৰণৰ আগত মোক হেয় কৰি দেখুৱালে। অন্তৰে অন্তৰে মই বিক্ষোভিত হলোঁ। চাহ কমিটীৰ দ্বাৰা চৰকাৰে মোৰ অস্তিত্ব অস্বীকাৰ কৰিলে, মোৰ প্ৰতি কোম্পানীৰ চৰকাৰে ঘোৰ অন্যায় কৰিলে। সেই অন্যায় মই নীৰবে সহি নাথাকিম। মোৰ ন্যায্য দাবী হ'ল **"অসমৰ চাহপাত মই"**। এই দাবী ইষ্ট ইণ্ডিয়া কোম্পানীৰ চৰকাৰে স্বীকাৰ কৰিব লাগিব। তাকে নকৰি যদি মোক চীনা চাহ বুলি কয়, তেন্তে মই তাৰ তীব্ৰ প্ৰতিবাদ কৰিমেই। প্ৰাণ থাকে মানে বিক্ষোভ প্ৰদৰ্শন কৰিম। মোৰ দাবী সুকীয়া। ন্যায়ত প্ৰতিষ্ঠিত মোৰ এই দাবী।

## জন্মভূমিৰ নাম উজ্জ্বল কৰিম

মোৰ বিক্ষোভ প্ৰদৰ্শনত বিদেশী চৰকাৰে অন্যায়কৈ যদি মোক প্ৰাণদণ্ড দিয়ে সেই দণ্ড মই হাঁহিমুখে বৰণ কৰিম। মোৰ প্ৰাণ থাকে মানে মই মোৰ জন্মভূমিৰ নাম লোপ কৰিবলৈ কেতিয়াও নিদিম। অসমৰ নাম মোৰ নামৰ আগত চিৰউজ্জ্বলকৈ ৰাখিম। কাৰণ 'সত্যমেৱ জয়তে' বোলা সংস্কৃতত এষাৰ বাক্য আছে। অথাৎ সত্যৰ সদায় জয়। গতিকে মই সত্যত থাকিম। সত্যত থাকিলে জয় অৱশ্যম্ভাবী। কেতিয়াও সত্যৰপৰা পিছলি নাযাওঁ।

## সত্যৰ পৰা পিছলি নাযাম

ন্যায় আৰু সত্যত থাকোঁতে কোম্পানীৰ চৰকাৰে শাসনকৰ্ত্তা হৈ মোক যদি মাৰি-কাটি জুইত পেলাই নগুৰ শাস্তি দি বধ কৰে, তথাপি মোৰ কুঁহিপাতৰ ঠাৰিৰ অস্থিয়ে জগতত ৰিঙিয়াই ৰিঙিয়াই কব যে— 'অসমৰ চাহপাত মই'। এই পণ লৈ সদায় সত্যত থাকিম।

অসম মোৰ চিকুণী দেশ। অসমী আইৰ কোলাত মই লাহে লাহে ডাঙৰ-দীঘল হবলৈ ধৰিলোঁ। চিৰ চেনেহী মাটিৰ অসম— আই মোৰ! সোণৰ অসম আই! নিৰুপমা জননী মোৰ! শিশু অৱস্থাতে আইৰ বুকুৰ মাজত থাকি দৃঢ় সঙ্কল্প কৰিলোঁ যে মই অসম মাতৃৰ নাম সদায় উজ্জ্বলকৈ ৰাখিম। জন্মভূমিৰ নাম উজ্জ্বল

কৰোঁতে— মই সকলো ত্যাগ কৰিম। নানা প্ৰকাৰ কষ্ট বৰণ কৰিম। মোৰ গুণেৰে জগতত প্ৰমাণ কৰিম যে মই শস্যশ্যামলা ভাৰতৰ জীয়াৰী অসমীৰ অতুলনীয়া সম্পদ।

## অসমীয়া জাতিয়ে বিলায় মৰম, বিচাৰে মৰম

ক্ৰচ্ চাহাবে ওচৰৰ খেতিয়ক এজনৰ বাৰীৰ পৰা আনি তেওঁৰ বাগিচাৰ জেকা নোহোৱা ৰ'দালিত মোক সুন্দৰকৈ ৰাখিছিল আৰু অতি যত্নেৰে আপডাল কৰিছিল। তেওঁ বোধ হয় ভাবিছিল জেকা বা সেমেকা ঠাইত অৰ্থাৎ ৰ'দ নপৰা ঠাইত মোক ৰাখিলে মই ডাঙৰ-দীঘল নহমগৈ। মোৰ স্বাস্থ্য বেয়া হব। গতিকে জাৰে জহে ৰ'দ পৰা ঠাইত, তেওঁ মোক অতি যত্নেৰে প্ৰতিপালন কৰিবলৈ ধৰিলে। তেওঁৰ যত্ন আশাশুধীয়া আছিল সঁচা। কিন্তু মই যে ভাল পোৱা নাছিলোঁ। অসমৰ সুকীয়া উদ্ভিদ মই। মোক লাগে জহকালি গৰমত ছাঁ—গছৰ ছাঁয়া। ই যে মোৰ বিশেষত্ব। অতি সৰল আৰু শান্তিপ্ৰিয় এই অসমীয়া জাতিটো। এওঁলোকে বিলায় মৰম— বিচাৰে মৰম। গতিকে অসমৰ হাবি-বননিৰ মাজত জন্ম পোৱা মোৰ লেখীয়া উদ্ভিদেও জহৰ দিনত বিচাৰে ছাঁ— গছৰ ছাঁয়াৰ মৰম-পৰশ।

ক্ৰচ্ চাহাবে জহৰ দিনত মোৰ গাত ছাঁ পৰিবলৈ একো বন্দবস্ত কৰা নাছিল। তাৰ ফলত লেবেলি গৈছিলোঁ। অসমৰ জলবায়ু সুকীয়া। এই অসমতে পৃথিবীৰ ভিতৰত আটাইতকৈ বেচি বৰষুণ হয়। মোক কেনে জলবায়ু লাগে? কেনে পৰিসৰত মই ডাঙৰ হব পাৰোঁ? সুদূৰ সাত সাগৰ সিপাৰৰ পৰা অহা এই বিলাতী চাহাবজনে সততকাই জানিব কেনেকৈ? তথাপি তেওঁ যি যত্নেৰে আৰু কষ্টেৰে মোক আপডাল কৰিছিল তাক বৰ্ণনা কৰিবলৈ মোৰ ভাষা নাই। পুৱা-গধূলি তেওঁ মোৰ সদায় খবৰ কৰে। মোৰ আলপৈচান ধৰা মানুহ ৰাখি দিছে। তথাপি মই লেবেলি যাবলৈ ধৰিলোঁ। মোৰ এই অৱস্থা দেখি ক্ৰচ্ চাহাবে নিজ হাতে মোক পানীৰে তিয়াই দিব ধৰিলে। গৰমত মোৰ গাত চেঁচা পানী ছটিয়ায় যাতে মই ঠন ধৰি উঠিব পাৰোঁ। পাচত মই দেখোন নিতৌ নিশকতীয়া হৈ পৰিলোঁ। এনেকৈ মোৰ দিনবোৰ গৈ আছিল ভাল-বেয়াৰ মাজেৰে। ইতিমধ্যে মোৰ বংশ-গোষ্ঠী থকা খেতিয়কজনৰ ঘৰত এদিন ক্ৰচ্ চাহাব উপস্থিত হ'লগৈ। যি ভৰা ঠাইত মোৰ বংশ-পৰিয়ালইঁতক খেতিয়কজনে প্ৰতিপালন কৰিছিল, সেইডৰা খেতিৰ মাটিত মোৰ বংশ-গোষ্ঠীইঁতৰ কেনেকুৱা যত্ন লৈছে চাহাবে খেতিয়কজনক সুধিলে লুইতপৰীয়া খেতিয়ক স্বভাৱতে সৰল। চাহাবক কলে যে সেই গছবোৰ জংগল হোৱা কেন দেখি, সিহঁত অলপ ডাঙৰ হওঁতেই, মোৰ ভাই-ভনী বংশ-গোষ্ঠী আটাইবোৰকে কাটি পেলাইছে। সেই

গছবোৰ মাটিৰ সমানে কাটি তাৰ জাবৰ-জোঁথৰবোৰো পুৰি পেলাইছে। ধানৰ বতৰত সেই ডবা মাটি চহাই তাত ধান ৰুইছে। পিচে সেই সৰু সৰু গছবোৰৰ মূৰবোৰ, ধানৰ পথাৰত সৰু সৰু আলি দিওঁতে, সেই ধানৰ আলিত কৰবাত কৰবাত পোঁট খাই আছে বুলি, একে লেঠেৰিয়ে খেয়িকজনে চাহাবক কলে।

ব্ৰুচ্ চাহাবে সুধিছিল খেতিয়ক জনৰ ধান-খেতি কেনে হৈছিল? লগতে তেওঁ সেই খেতি পথাৰখন চাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। খেতিয়কজনে চাহাবক খেতি পথাৰলৈ নিওঁতে মনৰ উৎসাহত কৈ গ'ল— ধান হ'ল নদন-বদন। খেতি পথাৰখন কিমান ধুনীয়া দেহি! যেন কাম চৰাইৰ জাকহে। ধান গছবোৰে বতাহতে হালে-জালে। ধান পকিল। সোণবৰণীয়া ধানৰ গুটিবোৰ। গছবোৰে সময়ত ৰং সলালে। গছবোৰৰো ৰং সোণালী হৈ পৰিল। সোণালী ধাননি পথাৰখন— চালে চাই থাকিবৰ মন যায়। ফচল সামৰি আনি ভৰালত ৰাখোঁতে হ'ল মেৎমৰা এভৰাল ধান। চাহাব আৰু খেতিয়কে খেতি পথাৰত দেখিলে মাথোঁ দীঘল দীঘল গছবোৰৰ ওখ ওখ নৰাবোৰ। ছাঁয়াত সেইবোৰ বাঢ়ি অহা দেখা গ'ল। মোৰ ভাই-ভাগী বংশ-গোষ্ঠীসকল লহ্‌পহকৈ ডাঙৰ হৈ আহিল। ব্ৰুচ্ চাহাবে সেই ধাননি পথাৰত মোৰ ভাই-ভাগীসকলক তেনেকৈ ডাঙৰ দীঘল হৈ অহা দেখা পালে।

## পৰিশ্ৰমৰ মৰ্য্যাদা

চাহাবৰ বাগিচাত মালী-চকীদাৰ থাকিলেও চাহাবে নিজে মোৰ প্ৰতি সুকীয়া যত্ন লৈছিল। কিমান যে কষ্ট নকৰিছিল তেওঁ মোৰ বাবে। এই বিদেশী চাহাবসকলৰ কেতবোৰ গুণ বাস্তৱতে অনুকৰণীয়— বিশেষকৈ পৰিশ্ৰমৰ মৰ্য্যাদা। পৰিশ্ৰম কৰিবলৈ তেওঁলোকে অকণো লাজ নকৰে। পৰিশ্ৰম কৰাটো যে গৌৰবৰ কথা সেইটো তেওঁলোকে কাৰ্য্যত দেখুৱাই দিয়ে। তাৰ প্ৰমাণ স্বৰূপে ব্ৰুচ্ চাহাবে নিজে পানী কঢ়িয়াই বাগিচাত কাম কৰিছিল। মোৰ গাত পুৰা-গধূলি পানী ছটিয়াই দিছিল; সদায় মোক জীপালকৈ ৰাখিছিল। এনেকুৱা কামবোৰ কষ্টকৰ হলেও, তেওঁলোকে তাত মান যোৱা বুলি নাভাবে। বৰং পৰিশ্ৰম কৰি মৰ্য্যাদাহে লাভ কৰে।

বুদ্ধিমান ব্ৰুচ্ চাহাবে খেতিয়কজনৰ ধাননি পথাৰত কি দেখিলে? তেওঁৰ পৰা চাহাবে কি শিকিলে? খেতিয়কজনে মোৰ বংশ-গোষ্ঠীসকলক যে মাটি-সমানে গুৰিতে কাটি দি পুৰি পেলাইছিল তাৰ পৰাও ব্ৰুচ্ চাহাবৰ অভিজ্ঞতা লাভ হৈছিল। এই খেতিয়কজনৰ পৰা চাহ খেতি বিষয়ে ব্ৰুচ্ চাহাবে এক নতুন শিক্ষা লাভ কৰিছিল। তেওঁ যি শিকিছিল আৰু বাস্তৱ ক্ষেত্ৰত চাহ খেতি বিষয়ে যি অভিজ্ঞতা লাভ কৰিছিল, চাহ খেতি কৰোঁতে বাস্তৱত তেওঁ সেইবোৰ খটুৱাইছিল। যেনে—

কেতিয়াবা কেতিয়াবা, মোক লঠামুৰাকৈ কাটি-ছাটি দিব লাগে। কাৰণ সেই খেতিয়াকজনে মোৰ লগৰ ভাই-ভাগী আটাইবোৰকে কাটি দিয়াৰ পাচতহে মই পাতে-পোখাই ভৰি পৰিছোঁ। তেনে কৰিলেহে মই পাতে ফুলে জকমকীয়া হওঁ। এনেকৈ কলম দিলেহে মোৰ পোখাবোৰ বেগতে বেচিকৈ ওলায়। সেউজীয়া পাতেৰে মই গছ ভৰি পৰোঁ।

অসমৰ উদ্ভিদ মই। ৰ'দালিত ৰাখি মোক প্ৰতিপাল কৰিলেই নহয়। কেৱল সাৰ-পানী দিলেই মই বাঢ়ি নাহোঁ। সাৰৰ সৈতে মোক লাগে ছাঁয়া। অসমত জন্মিছোঁ কাৰণেই মোৰ গাত পৰিবলৈ লাগে গছৰ ছাঁয়া। সেই কাৰণেই ধান গছৰ ছাঁয়াৰ তলত মোৰ বংশ-পৰিয়ালসকল গজি ঠন ধৰি উঠিছিল।

## সৎ উদ্দেশ্যে ত্যাগ

ভাৰতবৰ্ষ ত্যাগৰ বাবে বিখ্যাত। ঋক্ বেদৰ যুগৰ পৰাই ভাৰতৰ ঋষি-মুনি, তাৰ পাচত ৰজা-মহাৰজাসকলে ত্যাগ কৰি আহিছে। সৎ উদ্দেশ্যে লোকৰ হিতাৰ্থে অতীত ভাৰতত সাধু-মহাপুৰুষসকলে নিজৰ জীৱন পৰ্য্যন্ত উৎসৰ্গ কৰাৰ প্ৰমাণ আছে। মহাভাৰত-পুৰাণ-উপনিষদ ভাৰতীয়সকলৰ ত্যাগৰ গল্পই ভৰা। সেই ভাৰতৰে পূব প্ৰান্তত মই অসমী আইৰ বুকত ডাঙৰ-দীঘল হৈছোঁ। অসমত জন্ম লৈছোঁ মই মানুহৰ উপকাৰ কৰিবলৈ। মোৰ জীৱন-চৰিত্ৰ আদিৰে পৰা অন্তলৈ কোনোৱে যদি পঢ়ে, তেন্তে এই আষাৰ কথাৰ সাৰমৰ্ম বেচ বুজিব। বাস্তৱতে মানুহৰ সুখ-তৃপ্তি আৰু আনন্দৰ বাবে মোৰ যথা-সৰ্বস্ব ত্যাগ কৰি আহিছোঁ। মোৰ জীৱনৰ প্ৰত্যেক পৰ্য্যায়ত তিল্-তিলকৈ অমানুষিক অত্যাচাৰ উৎপীড়ন সহ্য কৰি শেষত দেই-পুৰি মৰিও সকলো ত্যাগ কৰি মানৱ সেৱা কৰোঁ। তাতেই মোৰ আনন্দ। মানৱ সেৱাই মোৰ পৰম ধৰ্ম। যিজনে মোক যত্ন আৰু আপডাল কৰি মোৰ খেতি কৰে, মই যে তেওঁক ধনী বনাওঁ তাত সন্দেহ নাই। লগতে মোৰ 'স্বৰ্গতো অধিক জন্মভূমি'ক ধন-সোণেৰে কৰোঁ চহকী আৰু সমৃদ্ধিশালী।

বৃটিছ চাহাবসকলৰ যত্নত, বিশেষকৈ ব্ৰুচ্ চাহাবৰ চেষ্টাত মই মোৰ ওচৰ চুবুৰীয়া ভাগী-গিয়াতিৰ সৈতে, নিতৌ ডাঙৰ হৈ আহিলোঁ। আমাৰ ৰূপ-চেহেৰা নিতৌ বদলি হৈ আহিল। মোৰ পূৰ্ণ স্বাস্থ্যৰ হাঁহি থকা মুখ দেখি ব্ৰুচ্ চাহাব মুগ্ধ হ'ল। অসমৰ জলবায়ুত ঠনধৰি উঠি যৌৱনৰ দুৱাৰ দলিত ভৰি দিলোঁ। চাহাবে আমাক তেতিয়াহে ভালকৈ বুজিলে— আমি যে নিভাঁজ অসমীয়া।

বিলাতৰ ব্ৰুচ্ চাহাব— চাহ বিষয়ৰ বিশেষজ্ঞ হৈ অসমলৈ অহা নাছিল। অসমৰ লুইতপৰীয়া খেতিয়কসকলৰ সৈতে তেওঁ মিলিছিল। স্থানীয় লোকৰ

সংস্পৰ্শত আহি মিলিজুলি মোৰ খেতি কেনেকৈ কৰিব লাগে তাক শিকিছিল। তেনেকৈয়ে তেওঁ চাহ খেতিত বাস্তৱ অভিজ্ঞতা লাভ কৰিছিল। কি কৰিলে কেনেকৈ চাহগছবোৰৰ পৰা বেছিকৈ চাহপাত পাব পাৰি সেই বিষয়ে কৰ্মক্ষেত্ৰত অভিজ্ঞতা লাভ কৰিছিল। ব্ৰুচ্ চাহাবৰ চেষ্টা আছিল অশাগুধীয়া। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এইজনা চাহাবৰ সাধুচেষ্টা দেখি এওঁক 'চুপাৰিণ্টেণ্ডেণ্ট্ অফ্ টি কালচাৰ্' পদত নিয়োগ কৰিছিল। অৰ্থাৎ ব্ৰুচ্ চাহাব হ'ল — চাহ বৃদ্ধিৰ চুপাৰিণ্টেণ্ডেণ্ট্। চাহাবে নিজৰ অভিজ্ঞতাৰ ফলত বাৰুকৈ বুজিছিল যে, মই অসমৰ সুকীয়া সম্পদ। অইনদেশৰ চাহগছক ছাঁ-গছৰ ছাঁয়া নিদি কেৱল 'নাইট্ৰোজেন্' সাৰ দিলে সিহঁত বাঢ়ি আহে। কিন্তু মই লুইতৰ হাওৱা-পানী খাই অসমত ডাঙৰ হৈছোঁ। মোক নাইট্ৰোজেন্ সাৰ দিয়াৰ উপৰিও গছৰ ছাঁৰ মৃদু বতাহ দিয়াৰ ব্যৱস্থা কৰিবই লাগিব।

কলিকতাত থকা উদ্ভিদ বিজ্ঞানীসকলে মোৰ গুণ বিশেষ বিশ্লেষণ কৰি নাচালে। মোৰ ৰূপ-গুণৰ কথা দকৈ নাভাবিলে। ওপৰে ওপৰে চালে। দেখিবলৈ মই চীনা চাহ যেন হলোই যেনিবা। সেই বুলি মোক অবিকল চীনা চাহ বুলি আখ্যা দিব নোৱাৰে। মোক চীনা চাহ বুলি চিনাক্ত কৰাত মই অন্তৰে অন্তৰে বিদ্ৰোহী হৈ পৰিলোঁ। মই এঙ্গাৰৰ দৰে কলা চাহ নহওঁ। মোৰ ৰং বেলেগ। মোৰ গুণ বেলেগ। সৌৰভো সুকীয়া। মইয়ে অসমৰ চাহ। গোটেই জগতৰ সমুখত মই অসমৰ চাহপাত বুলি প্ৰমাণ কৰি দেখুৱাবলৈ প্ৰতিজ্ঞাবদ্ধ হলোঁ।

## প্ৰতিজ্ঞাত হিমালয়ৰ দৰে অচল-অটল

দিনক দিনে মোৰ ৰূপৰ জেউতি চৰিবলৈ ধৰিলে। মই হলোঁ আজি এক— কাইলৈ এক। চাহাবে মোৰ আৰু বেচি যত্ন ললে। বাস্তৱত চাহাবসকলে দেখিলে আৰু বুজিলে যে মই অবিকল চীনা চাহ নহওঁ। মোৰ ৰং সুকীয়া। মোৰ ৰঙৰ কাৰণে মই হাজাৰৰ মাজত জিলিকি থাকোঁ। গুণে-গোন্ধে মই অতুলনীয়। মোৰ প্ৰতি প্ৰথমে চাহাবসকলৰ যি ভুল ধাৰণা আছিল সেইটো আঁতৰ হোৱা দেখা গ'ল। মই কিছু শান্তি পালোঁ— ইয়াকে ভাবি যে মোৰ সৈতে জন্মভূমি অসমৰ নামটো জড়িত হৈ থাকিব। সুদূৰ ভৱিষ্যতত অসমৰ নাম বৈ বৈ যাব মোৰ গুণৰ কাৰণে। এই ক্ষীণ আশাটি চকুৰ আগত বিৰিঙি উঠিল। সেই বিৰিঙণিত বিশেষ উৎসাহিত হৈ পৰিলোঁ। এতেকে মোৰ দেশ জন্মভূমিৰ নামত সকলো প্ৰকাৰ ত্যাগ আৰু কষ্ট বৰণ কৰিবলৈ হিমালয়ৰ দৰে অচল-অটল হৈ থাকিম বুলি মই মনতে দৃঢ় প্ৰতিজ্ঞা কৰিলোঁ।

(খ)

# চাহ-মজদুৰসকল

মোৰ খেতি কেনেকৈ কৰে তাৰ কথা নকওঁ বাৰু। মোৰ ত্যাগৰ কথাহে কম। চাহ খেতিয়কৰ চাহ বাগিচা। বাগিচাত গুটি পচোৱাৰ পাচত মই অঙ্কুৰিত হওঁ। অঙ্কুৰ ওলায়। অৰ্থাৎ গুটিৰ পৰা গজালি ওলায়। তাৰ পাচৰ পৰাই মোৰ ওপৰত চাহ খেতিয়কৰ নজৰ। মই যাতে অতি সোনকালে লহ্‌পহীয়া হৈ আহোঁ, তাৰ বাবে বাগানৰ মালিক মেনেজাৰ মজদুৰ আটাইয়ে বিশেষ চেষ্টা কৰে। ডাল আৰু পাতেৰে মই লাহে লাহে এজুপি সৰু গছ হৈ পৰোঁ। তেতিয়া মোৰ ঠালবোৰ কাটি দিয়ে। পাতবোৰ কেঁচিৰে ছাটি দিয়ে। মই লঠা-মূৰা হৈ পৰোঁ। এনেকৈ 'ঠানি' আৰু পাতবোৰ কাটি দিয়াকেই কলম দিয়া বোলে। মোৰ যদি কলম নিদিয়ে মই বাঢ়ি গৈ থাকিম। মোৰ বুঢ়া পাতবোৰ পকি হালধীয়া হৈ শুকাই যায়। বুঢ়া পাতবোৰ কাটি নিদিলে মোৰ বেছিকৈ পোখা নোলায়। ওখ হলে মোৰ পাতবোৰ চিঙিব কেনেকৈ? বাগিচাৰ বনুৱাসকলে যাতে মোৰ পাতবোৰ চিঙিবলৈ ঢুকি পায় সেই কাৰণে মোক মাজে সময়ে কলম কৰি দিয়ে। কিছুদিনৰ পাচত কাটি দিয়া ঠালবোৰৰ গাঠিয়ে গাঠিয়ে পোখা ওলায়। সেই পোখাৰ পৰা কুমলীয়া সেউজীয়া পাত ওলায়। নতুনকৈ ইমান পাত ওলায় যে, মই ডালে-পাতে জোপোৰা-জুপুৰি হৈ পৰোঁ। মোৰ সেউজীয়া পাতেৰে গোটেই বাগিচাখন সেউজীয়া কৰি তোলোঁ। পিচে এটা কথা— বাগিচাৰ মালিকে মোৰ ফলৰ বাবে মোৰ খেতি নকৰে। মোৰ ফুলৰ পৰা ফল হয়— নামতহে। সেই ফলতেই চাহ গুটি থাকে। সেই গুটি পচাই চাহ-খেতি কৰে। বাস্তৱতে মোৰ খেতি কৰা হয় পাতৰ বাবেহে। অৱশ্যে মোৰ বীজ বা গুটি মোৰ গছপুলি হৱৰ কাৰণে লাগে। কিন্তু মোৰ পাতৰ মূল্যহে বেচি। কুঁহিপাতৰ আদৰ আৰু বেচি।

মই কৈছোঁ যে মোৰ বাগানত থাকে মালিক-মেনেজাৰ-বিবয়া-কেৰাণী-মহৰী-মজদুৰ। মোৰ বাগানতো শাক-পাচলিৰ বাগান নহয়— ফুলৰ যে নহয়েই— ফলৰো নহয়। মোৰ বাগান বাস্তৱতে পাতৰহে। মোৰ পাতৰ বাবেই মানুহে মোৰ খেতি কৰে।

## বাগিচাৰ বনুৱাসকল

যি ঠাইত মোৰ খেতি কৰা হয় সেই ঠাইতেই গঢ়ি উঠে এখন সুন্দৰ সেউজীয়া বাগিচা। এই বাগিচাত কাম কৰে বনুৱাসকলে। মজদুৰ সকলে যে ক'ত পৰিশ্ৰম নকৰে? মোৰ বৰ ভাল লাগে, এই মজদুৰ সকলক। এওঁলোক নহলে যে মই মানুহক সেৱা কৰিব নোৱাৰিলোঁহেতেন। এওঁলোক মোৰ কিমান আপোন! মজদুৰ সকলে মোক তুলি-তালি ডাঙৰ কৰে। এওঁলোকৰ সৈতে মোৰ অতি ঘনিষ্ঠ সম্বন্ধ। এওঁলোকৰ মৰম মই জীৱনত পাহৰিব নোৱাৰোঁ। মোক চিৰ-সেউজীয়া কৰি ৰখাটোই এওঁলোকৰ ধৰ্ম। মোৰ বাবে বনুৱাসকলৰ ত্যাগৰ সীমা নাই। এই মজদুৰ সকলে মোৰ বাবে এৰি আহিছে, তেওঁলোকৰ মিতিৰ-কুটুম, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, বংশ-গোষ্ঠী আৰু ভাগী-গিয়াতি। এনেকুৱা অতি আপোনজনক পাহৰি মজদুৰসকলে মোক উৎপন্ন কৰাত, দেহে-কেহে লাগি গৈছিল। বাগিচাত কঠোৰ পৰিশ্ৰম কৰে মোৰ বাবে। আনকি, তেওঁলোকৰ জন্ম ঠাইখনো এৰি আহিছিল অসমলৈ মোৰেই যত্ন লবলৈ। এওঁলোক আহিছিল ছোটনাগপুৰ-বিহাৰ-উৰিষ্যা-মধ্যপ্ৰদেশ-মাদ্ৰাজ প্ৰভৃতি ভাৰতৰ ভিন্ ভিন্ সুদূৰ ঠাইৰ পৰা। ভাৰতৰ ৰাষ্ট্ৰীয় সংহতিৰ যি মহান্ আদৰ্শ, সেই আদৰ্শৰ প্ৰকৃত নিদৰ্শন পোৱা যায় মোৰ বাগিচাৰ বনুৱাসকলৰ মাজত।

বৃটিছ চৰকাৰৰ আমোলত এই বনুৱাসকল আহিছিল অসমলৈ। ইংৰাজসকলে এওঁলোকক আনিছিল প্ৰলোভন দেখুৱাই। বাগিচাত কাম কৰিলে খোৱা-লোৱা থকা-মিলাৰ বিশেষ সুবিধা পাব বুলি কৈ কোম্পানীৰ চাহাবে আশ্বাস দিছিল। কিন্তু তাৰ সলনি তেওঁলোকে পাইছিল কঠোৰ পৰিশ্ৰমৰ তাড়না। সিহঁতে ওৰে দিন কঠোৰ পৰিশ্ৰম কৰে। আজৰি সময়ত গীত গাই বনুৱাই ভাগৰ পলুৱায়— ৰং ধেমালি কৰে। বাগিচাৰ বনুৱাসকলে যি গীত গায় তাক ঝুমুৰ বোলে। তেওঁলোকে গোৱা সেই ঝুমুৰ গীততো প্ৰকাশ পায় বাস্তৱ দুখ-কষ্টে ভৰা অন্তৰৰ আবেগ। যথা—

### ঝুমুৰ

কড় মাৰা ছালাক-ছুলুক
    পাত্তা তোলা ডগে ডগ্
কলাম কৰি গেল হাতেৰ চাম
ৰে বিদেশী শ্যাম—
    ফাকি দিয়ে আনিল আসাম।

## কপালৰ ঘাম মাটিত পেলাই বনুৱাই চাহ শিল্প গঢ়ে

এই মজদুৰসকল অসমলৈ আহি হাডে-হিমজুৱে অসমীয়া হৈ পৰিছে। আহোমসকলৰ দৰে এওঁলোক অসমীয়া হৈ নতুন অসম গঢ়িবলৈ লৈছে। মোৰ বাগানত কাম কৰি এওঁলোকে অসমক সমৃদ্ধিশালী কৰি তুলিবলৈ চেষ্টা কৰিছে। এই বনুৱাসকলৰ এযে ধৰ্ম যে মোৰ শিল্পটোক এওঁলোকৰ নিজৰ শিল্প বুলি ভাবে। বনুৱা হৈ কপালৰ ঘাম মাটিত পেলাই কঠোৰ পৰিশ্ৰম কৰে। মোৰ শিল্পক সৰ্বাঙ্গ সুন্দৰকৈ গঢ়ি তুলিবলৈ অহোপুৰুষাৰ্থ কৰে।



মজদুৰসকলে মোক সদায় সেউজী কৰি ৰাখিবলৈ ভাল পায়। মোৰ কোমল সেউজী পাতবোৰ চিঙি তেওঁলোকে কৰ্তব্য কৰে। কাৰণ পাতবোৰ পুৰঠ হৈ পকিলে মইতো 'সেউজী পাত' হৈ নাথাকোঁ। মোৰ পুৰঠ পকা পাতৰ আদৰ নাই। মই যাতে চিৰ-সেউজী হৈ সকলোৰে আদৰৰ হৈ থাকিব পাৰোঁ তাৰ বাবে মজদুৰসকলে মোক কুঁহিপাততে চিঙি নিয়ে।

### মাকৰ মৰম

এওঁলোকৰ ভিকতাসকলক বৰ ভাল লাগে মোৰ। তেওঁলোকে মোক বৰ মৰম কৰে। তেওঁলোকৰ নিজৰ কোলাৰ কেচুৱা এৰি থৈ আহিও মোৰ যত্ন লয়হি।

সাধাৰণত নাৰী জাতি হ'ল কোমল অন্তৰৰ আৰু মৰমিয়াল। সাক্ষাৎ মাতৃস্বৰূপা। মাকৰ যি মৰম কেচুৱাই পায় মই এওঁলোকৰ পৰাই সেই মৰম পাওঁ।

## কৰ্ত্তব্য জীৱনৰ ব্ৰত

মোৰ পাতবোৰ চিঙাটোই মজদুৰ তিৰুতাসকলৰ কৰ্ত্তব্য। মোৰ পাত চিঙি মজদুৰে পায় মজুৰি। তাৰে তেওঁলোকে জীৱিকা নিৰ্বাহ কৰে। পাত নিচিঙিলে মজুৰি নাপায়। মজদুৰে মজুৰি নাপালে পেট-পোহ যাব নোৱাৰে। সেই কাৰণে তেওঁলোকে সদায় কৰ্ত্তব্য কৰে। কৰ্ত্তব্য জীৱনৰ ডাঙৰ ব্ৰত।

## কৰ্ত্তব্য কৰি আনন্দ পোৱা যায়

সৌৱা মজদুৰ কেইগৰাকীয়ে মোৰ কুঁহিপাতবোৰ চিঙি পাচিত ভৰাই পিঠিত তুলি ৰংমনে মোক লৈ গৈছে। নিজৰ কৰ্ত্তব্য কৰি কিমান আনন্দ পোৱা যায় তাৰ এই ছবিৰ পৰা বুজা যায়।

মোৰ উন্নতি সাধনত মজদুৰসকলে যি বৰঙণি যোগাইছে তাক কবলৈ মোৰ ভাষা নাই। বনুৱাসকলেই মোৰ পৰা গঢ়ি উঠা শিল্পৰ প্ৰাণস্বৰূপ। তেওঁলোকে হাড়ক মাটি তেজক পানী কৰি মোৰ বাগিচাত কাম কৰে। এনেকৈ কঠোৰ পৰিশ্ৰম কৰি মজদুৰ সকলোৱে মোৰ শিল্প সফল কৰি তোলে।



মোৰ কেঁচাপাতৰ পৰাই উদ্যোগ গঢ়ি উঠে। মোৰ কেঁচাপাতেই মোৰ উদ্যোগৰ কাৰখানাৰ কেঁচামাল। বনুৱাই মোৰ বাগিচাৰ পৰা এই কেঁচামালবোৰ কাৰখানাত দিয়েগৈ। সেই কেঁচামালৰ পৰা মানুহে ভোগৰ সামগ্ৰী তৈয়াৰ কৰে। সেই ভোগৰ সামগ্ৰী বিদেশলৈ ৰপ্তানী হয়। সেই ৰপ্তানী বস্তুৰপৰা মোৰ খেতিয়ক তথা উদ্যোগৰ মালিকে হাজাৰ-হাজাৰ, লাখ-লাখ, কোটি টকা উপাৰ্জ্জন কৰে। শেষত মোৰ খেতিয়ক হয় পুঁজিপতি। সেই কাৰণে কৈছোঁ— মই মোৰ গৰাকীক ধনী বনাওঁ। সময়ত মজদুৰসকলৰ সহায়ত, মোৰ পৰা উৎপন্ন হোৱা ভোগৰ সামগ্ৰীৰ ব্যৱসায় কৰি মোৰ খেতিয়কসকলেই হৈ পৰে লক্ষ্মীৰ বৰপুত্ৰ।

## তৃতীয় অধ্যায়

# কাৰখানাত বিলাই-বিপত্তি

মজদুৰে মোৰ কুমলীয়া সেউজীয়া কুঁহিপাতবোৰ চিঙ্গি নিয়ে। পাচত, সেই পাতবোৰ ওজন কৰা হয়। নিতৌ কোন মজদুৰে কিমানখিনি পাত চিঙ্গে, তাৰ হিচাব ৰখা হয়। পাতবোৰ ওজন কৰি মজুৰি হিচাব কৰে। হিচাব কৰিহে মজদুৰক মজুৰি দিয়া হয়।

## চাহপাত চিঙ্গা

বাগানত মোক ওজন কৰা সুকীয়া ঘৰ এটিও আছে। বাগানত চাহপাত ওজন কৰাৰ উদ্দেশ্যে বনুৱাসকলে চাহপাত চিঙ্গি আনি শাৰীপাতি থিয় হয়, পাতৰ পাচি মূৰত লৈ।

## সেউজীয়া সতেজ চাহপাতবোৰ ঘৰৰ ভিতৰত নিস্তেজ কৰি লোৱা হয়

মোৰ কেঁচা পাতবোৰ ওজন কৰাৰ পাচত সেইবোৰ নিস্তেজ কৰিবলৈ কাৰখানালৈ নিয়ে। আজিকালি এটা বৰ ঘৰৰ আহল-বহল কোঠাত মোক নিস্তেজ কৰিবলৈ লয়। এই ঘৰটোৰ ওপৰৰ চালখন বেচ বহল আৰু দীঘল। আগতে প্ৰথম অৱস্থাত মৰাপাটৰ থৈলা তৰি তাৰ তলত মোৰ পাতবোৰ মেলি দি মোক নিস্তেজ কৰিছিল। তাৰ বহুদিন পাচতহে, লোৰ তাৰৰ তৈয়াৰী চালনীত মেলি দিয়াৰ ব্যৱস্থা কৰিছিল। পিচে, মোৰ সেউজীয়া সতেজ পাতবোৰ ঘৰৰ ভিতৰতে ৰাখি নিস্তেজ কৰিহে কাৰখানাত দিয়ে। পাতবোৰ চিঙ্গি আনি সেইবোৰ নিস্তেজ কৰি শুকাবলৈ আজিকালি বৰঘৰ সাজিছে। মোৰ জন্মভূমি অসমত এই ঘৰটো চাহপাত মৰা কলঘৰৰ পৰা দূৰৈত বেলেগ সজা হয়। এইটো মস্ত ঘৰ এটা যেনিবা। পাচত ঘৰটোৰ বেৰ হে নাই। পাতবোৰ নিস্তেজ কৰিবলৈ লোৱা তথা মোক শুকোৱা সেই বেৰ নোহোৱা ঘৰটোত কেৱা খোটালীৰ আঁতাল আছে। ইয়াক ইংৰাজীত 'ৰেক' বুলি

কয়। অসময়ীয়াৰ বৰ ঘৰত থকা আঁতালৰ দৰে এইবোৰ আঁতাল নহয়। আচলতে থাক্ হে। ইয়াক অসমত থাক্‌হে বোলে। সেই 'ৰেক্' অৰ্থাৎ থাক্‌বোৰত মোক ৰাখি নিস্তেজ কৰে অৰ্থাৎ ঘৰৰ ভিতৰতে মোক শুকায় যেনিবা। মোক তেনেকৈ ৰাখি নিস্তেজ কৰাত মোৰ সেউজীয়া পাতবোৰ লেৰেলি যায়। লাহে লাহে সিহঁত কুমলি লেউ-সেউ হয়।

এই অৱস্থাৰ পাচৰ পৰা মোৰ ওপৰত নানা উৎপীড়ন আৰম্ভ হয়। কেঁচাপাত হলেও সিহঁত সজীৱ— সেউজীয়া। তাৰ পাচত পাতবোৰ মজদুৰে হাতেৰে মোহাৰি চেপিবলৈ লয়। ভাবোঁ— ভৱিষ্যত কাৰখানাত আৰু বা মোক কি কৰে? মোৰ কপালত কত যে নিকাৰ ভুগিবলৈ বাকী আছে! এনেকৈ চেপি মোহাৰি ওঠৰ বা কুৰি ঘন্টামান মোক নিস্তেজ কৰি ৰখাত মই শুকাই-ক্ষীণাই যাওঁ। ইমান সময় নিস্তেজ হৈ পৰি থকাত শুকাই-ক্ষীণাই মই তেনেকৈ লেৰেলি যাওঁ। তাৰ পাচত মোক ৰোলিং মেচিনত অৰ্থাৎ ঘূৰ্ণীয়মান যন্ত্ৰত দিবলৈ কাৰখানালৈ পঠাই দিয়ে।

## ৰোলিং মেচিন

এই ৰোলিং মেচিনটো মাটিৰ পৰা তিনি ফুটমান ওখ ঠাইত। দেখিবলৈ ঘূৰণীয়া মেজখনৰ দৰে। ইয়াত মোৰ নানা 'লটি-ঘটি' হয়। বাস্তৱতে এই মেচিনে মোক মষিমূৰ কৰিবলৈ লয়। যন্ত্ৰত পৰামাত্ৰে মোক ঘূৰাই ঘূৰাই তলৰ পিনে এনেকৈ ঠেলি দিয়ে যে, মই তীখাৰ তৈয়াৰী এখন চলন্ত ঘূৰণীয়া মেজৰ ওপৰত পৰোঁগৈ। এই চলন্ত মেজখনে মোক এনেকৈ চেপি ধৰে যে মই কক্-বকাব ধৰোঁ। সেই যন্ত্ৰেৰে মোক টুকুৰা-টুকুৰকৈ কাটি পেলায়। ইপিনে মেচিনৰ চেপাত পৰি মোৰ পাতৰ ৰসবোৰ ওলাই যায়। মোৰ পাতৰ টকুৰাবোৰ সেই ৰসত তিতি থাকে। এনেকৈ ৰোলিং মেচিনত মোৰ নানা লটি-ঘটি হোৱাত, মোৰ ওপৰত ৰাসায়নিক প্ৰক্ৰিয়া হয়। এই ৰাসায়নিক প্ৰক্ৰিয়াৰ ফলত মই ভিতৰে ভিতৰে অইন এক মূৰ্ত্তি ধাৰণ কৰোঁ। বিজ্ঞানী তথা ৰাসায়নবিদ সকলে মোৰ এই অৱস্থাক ইংৰাজীত 'ফাৰ্মেণ্টেশ্যন' হোৱা বোলে।

## ফাৰ্মেণ্টেশ্যন অৰ্থাৎ ৰাসায়নিক প্ৰক্ৰিয়া

ফাৰ্মেণ্টেশ্যন হোৱা অৱস্থাত মই বিক্ষুব্ধ হওঁ। মোৰ ওপৰত কৰা অত্যাচাৰ উৎপীড়নত মই আৰু উত্তেজিত হৈ পৰোঁ। যন্ত্ৰৰ ভিতৰৰ পৰা বিদ্ৰোহ কৰি ওলাই আহিবৰ মন যায়। তেনেকৈ চেপি আৰু কাটি পেলোৱাৰ পাচত মোৰ ওপৰত ৰাসায়নিক প্ৰক্ৰিয়া হোৱাত মই এবিধ জেলেটিয়া বস্তুৰ ৰূপ হৈ পৰোঁ। মই জেলিয়া